# মহেশ্বৰ নেওগ ৰচনাৱলী

## তৃতীয় খণ্ড

সংকলক

নগেন শইকীয়া

ডক্টৰ মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস পৰিষদৰ হৈ
চন্দ্ৰপ্ৰকাশ ঃ গুৱাহাটী

MAHESWAR NEOG RACHANAVALI, Complete works of Dr. Maheswar Neog, vol III, compiled by Prof. Nagen Saikia and published on behalf of the Dr. Maheswar Neog Publications Trust by Rajendra Mohan Sarma, Chandra Prakash, Guwahati, September, 1996 Price Rs. 450 00 only

মহেশ্বৰ নেওগ ৰচনাৱলী, তৃতীয় খণ্ড
প্ৰথম সংস্কৰণ, ১৯৯৬

প্ৰকাশক ঃ
ডক্টৰ মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস পৰিষদৰ হৈ
শ্ৰীৰাজেন্দ্ৰমোহন শৰ্মা
চন্দ্ৰপ্ৰকাশ, গুৱাহাটী—১

মূল্য—৪৫০.০০ টকা

ডি টি.পি.— কম্পিউটাৰ আৰ্টচ, আঠগাঁও, গুৱাহাটী—১

মুদ্ৰক ঃ
শ্ৰীগুৰু প্ৰেছ, মালিগাঁও, গুৱাহাটী

# ন্যাস পৰিষদৰ একাষাৰ

একো একোজন মানুহ কেতিয়াবা একোটি জাতীয় অনুষ্ঠানলৈ ৰূপান্তৰিত হয়। এই ৰূপান্তৰ ঘটে মানুহ গৰাকীৰ চিন্তা, কল্পনা, বৌদ্ধিক অৰ্হত্ব, সৃষ্টিশীল প্ৰতিভা আৰু ইবিলাক স্বাভাৱিকভাৱে অভিব্যক্ত হোৱা কামৰ মাজেদি। সমকালীন অসমত স্বকীয় প্ৰতিভা আৰু দক্ষতাৰে নিজৰ ব্যক্তিত্বক এটি জাতীয় একাডেমিলৈ ৰূপান্তৰ ঘটোৱা মানুহজন ড° মহেশ্বৰ নেওগ। কাৰণ, বেজবৰুৱা আৰু বাণীকান্ত কাকতিৰ বৌদ্ধিক উত্তৰাধিকাৰিত্ব লাভ কৰোঁতা ড° নেওগৰ ওচৰলৈকে অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ বিভিন্ন দিশৰ প্ৰশ্নবোৰে শেষ উত্তৰ বিচাৰি যাবলগীয়া হয়। এসময়ত বেজবৰুৱা যিদৰে অসমীয়া ভাষা-সাহিত্যৰ অলিখিত 'ডিক্টেটৰ' স্বৰূপ হৈ উঠিছিল, এতিয়া ড° নেওগো অসমীয়া ভাষা-সাহিত্যৰ অলিখিত সৰ্বাধিনায়ক-স্বৰূপ হৈ উঠিল। এই আসন ডক্টৰ নেওগে বিচাৰি লোৱা নাই আৰু আনেও আনুষ্ঠানিক ভাৱে দান কৰা নাই , কিন্তু অসমৰ সাম্প্ৰতিক বৌদ্ধিক জীৱনৰ লগত জড়িত প্ৰত্যেকেই ডক্টৰ নেওগক মনৰ চকুৰে সেই আসনত দেখে।

ড° নেওগৰ বিচৰণ ক্ষেত্ৰখন বৰ বহল। পুৰণি শিলালিপিৰ পৰা আধুনিক কবিতালৈকে, শাস্ত্ৰীয় নৃত্য-গীতৰ পৰা লোক-শিল্পলৈকে, প্ৰাগৈতিহাসিক ভাস্কৰ্য-স্থাপত্যৰ পৰা আধুনিক নানা তত্ত্বলৈকে, ইতিহাসৰ পৰা দৰ্শন আৰু ধৰ্মলৈকে এই সকলোতে ডক্টৰ নেওগৰ বিচৰণ অনায়াস আৰু স্বাভাৱিক। কেৱল সেয়ে নহয়, এই ক্ষেত্ৰ সমূহৰ গুৰুত্বপূৰ্ণ সকলোবোৰৰ বিষয়ে বিজ্ঞানসন্মত বিশ্লেষণ কৰিব পৰা বিৰল ক্ষমতাৰো তেখেত গৰাকী। কিন্তু এই পণ্ডিত গৰাকীৰ অধ্যয়নৰ ঘাই বিশিষ্টতা হ'ল এয়ে যে ভাষা, সাহিত্য, সংস্কৃতি, দৰ্শন, ইতিহাসৰ তেখেতৰ সকলো অধ্যয়ন অসমৰ লগত সম্পৰ্কিত, তেখেতৰ সকলো অধ্যয়নৰ লগত অসমৰ প্ৰাসংগিকতা অবিচ্ছেদ্যভাৱে জড়িত। ডক্টৰ নেওগে নিজৰ অধ্যয়নৰ মাজেদি 'অসমত্ব অধ্যয়ন'ৰ (Assamese Studies) ভেটি সকলোৰে অজ্ঞাতেই স্থাপন কৰি দিছে। এই অধ্যয়নে প্ৰাচ্যতত্ত্ব অধ্যয়নকো এটি বিশিষ্ট আয়তন দান কৰিছে বাবেই প্ৰাচ্যবিদ্যাৰ পণ্ডিত মণ্ডলীৰ মাজত ডক্টৰ নেওগৰ বাবে এখনি আসন নিৰ্দিষ্ট হৈ পৰিছে। এই ভেটিটো চিনি উলিয়াই 'অসমতত্ত্ব' অধ্যয়নৰ সৌধ নিৰ্মাণ কৰি লোৱাৰ দায়িত্ব আমাৰ জাতীয় বৌদ্ধিক জীৱনে গ্ৰহণ কৰিব লাগিব।

গ্ৰন্থাকাৰে প্ৰকাশিত ৰচনাৱলীৰ উপৰিও দেশ-বিদেশৰ বিভিন্ন পত্ৰ-পত্ৰিকাত ড° নেওগৰ অনেক মূল্যৱান ৰচনা সিঁচৰতি হৈ আছে। তাৰে অনেক পত্ৰিকাৰ সংবাদ হয়তো অসমত অনেকে পোৱাও নাই আৰু লোৱাও নাই। তেখেতৰ এনে অনেক মূল্যবান ৰচনা সম্প্ৰতি দুৰ্লভ হৈ পৰিছে। আৰু অধিক দিন গ'লে অনেক ৰচনাৰ সন্ধান পাবলৈও হয়তো নোহোৱা হ'ব।

ডক্টৰ নেওগৰ দৰে এগৰাকী জাতীয় পণ্ডিতৰ সকলো ৰচনাৰ সংগ্ৰহ, সংৰক্ষণ

আৰু মুদ্ৰণ বা পুনৰ্মুদ্ৰণৰ উদ্দেশ্যে ১৯৮২ খ্ৰীষ্টাব্দৰ ২৬ মে' তাৰিখে ডিব্ৰুগড়ত 'ডক্টৰ মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস পৰিষদ' গঠন কৰা হয়। ১৯৮৩ খ্ৰীষ্টাব্দৰ ২ জুলাই তাৰিখে ডক্টৰ নেওগে তেখেতৰ চিঠি-পত্ৰ, ডায়েৰী-টোকাবহী সমন্বিতে প্ৰকাশিত অপ্ৰকাশিত সকলো লেখাৰ স্বত্ব 'ন্যাস পৰিষদ'ক বিধিগত ভাৱে অৰ্পণ কৰে। ডক্টৰ নেওগৰ এই দানৰ ভিত্তিত এটি জাতীয় গৱেষণা অনুষ্ঠান গঢ়ি তোলাৰ লক্ষ্য ন্যাস পৰিষদে গ্ৰহণ কৰিছে।

ন্যাস পৰিষদে প্ৰথমতে ড° নেওগৰ অসমীয়া গ্ৰন্থসমূহ সংগ্ৰহ কৰি একো একোটি খণ্ডত প্ৰকাশ কৰিবলৈ আৰু এনে খণ্ড সমূহত অন্তৰ্ভুক্ত গ্ৰন্থসমূহ গাই-গুটীয়াকৈও প্ৰকাশ কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰে। এই সিদ্ধান্ত অনুসৰি ড° নেওগৰ শ্ৰীশ্ৰীশংকৰদেৱ, পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি, সত্ৰীয়া নৃত্য, অসমীয়া গীতি-সাহিত্য, অসমীয়া সাহিত্যৰ ৰূপৰেখা আৰু আধুনিক অসমীয়া সাহিত্য এই কেইখনি গ্ৰন্থৰে "মহেশ্বৰ নেওগ ৰচনাৱলী" প্ৰথম খণ্ড ১৯৮৬ খ্ৰীষ্টাব্দৰ ৭ ছেপ্তেম্বৰত প্ৰকাশ কৰি উলিওৱা হয়।

'মহেশ্বৰ নেওগ ৰচনাৱলী'ৰ দ্বিতীয় খণ্ড ন্যাস-পৰিষদৰ হৈ টিহুৰ 'চন্দ্ৰ প্ৰকাশ'ৰ উদ্যোগী প্ৰকাশক শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মাই প্ৰকাশ কৰিবৰ বাবে আগবাঢ়ি আহে। ১৯৮৭ খ্ৰীষ্টাব্দৰ ১৪ নৱেম্বৰ তাৰিখে ন্যাস-পৰিষদৰ লগত শ্ৰীশৰ্মা এখন চুক্তিত আবদ্ধ হয়। এই চুক্তি অনুসৰি চন্দ্ৰ প্ৰকাশে ড° নেওগৰ আত্মজীৱনী "জীৱনৰ দীঘ আৰু বাণি" কবিতা, নাটক, চুটি গল্প, শিশু-সাহিত্য, আদি সৃজনীমূলক ৰচনাসমূহ সন্নিবিষ্ট হোৱা দ্বিতীয় খণ্ডটো ন্যাস পৰিষদৰ হৈ প্ৰকাশ কৰি উলিযাইছে আৰু ইয়াত সন্নিবিষ্ট হোৱা গ্ৰন্থসমূহ গুটীয়া ভাবেও প্ৰকাশ কৰিছে।

১৯৯৫ চনৰ ১৩ ছেপ্তেম্বৰ তাৰিখে ড° মহেশ্বৰ নেওগে শেষ নিশ্বাস পেলোৱাৰ লগে লগে আমাৰ বিদ্যাযতনিক জীৱনৰো এটা অধ্যায়ৰ সামৰণি পৰিল। কিন্তু ডক্টৰ নেওগে এৰি থৈ যোৱা তেখেতৰ অমূল্য কৃতিসমূহ আমাৰ জাতীয় সাংস্কৃতিক আৰু বিদ্যায়তনিক জীৱনত চিৰ জ্যোতিষ্মান হৈ থাকিব।

তেখেতৰ পৰলোক গমণৰ আগতেই "মহেশ্বৰ নেওগ ৰচনাৱলী"ৰ তৃতীয় আৰু চতুৰ্থ খণ্ডৰ পৰিকল্পনা প্ৰস্তুত কৰা হয। এই খণ্ডত শংকৰদেৱ বিষয়ক সৰু গ্ৰন্থখনি, শ্ৰীশ্ৰীমাধৱদেৱ, গুৰুচৰিতৰ ইতিকথা, অসমৰ ধৰ্মৰ বুৰঞ্জী ঃ আন্ধাৰ আৰু পোহৰ, পটিয়া মাধব আতাৰ চৰিত আদি সৰু-বৰ গ্ৰন্থসমূহৰ উপৰিও বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানক দান কৰা মূল্যৱান ভাষণসমূহ সন্নিবিষ্ট কৰা হৈছে। তৃতীয় খণ্ডত সন্নিবিষ্ট গ্ৰন্থসমূহ গুটীযাকৈও প্ৰকাশ কৰাৰ ব্যৱস্থা কৰা হৈছে যাতে অনুসন্ধিৎসু পাঠক, গৱেষক আৰু ছাত্ৰসকলে আৱশ্যকীয অংশ সহজে সংগ্ৰহ কৰিব পাৰে।

ন্যাস-পৰিষদৰ হৈ তৃতীয খণ্ড প্ৰকাশ কৰিবৰ কাৰণে 'চন্দ্ৰ প্ৰকাশ'ৰ শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা আগবাঢ়ি আহি ন্যাস পৰিষদৰ লগত চুক্তিৱদ্ধ হয়। তৃতীয় খণ্ডৰ গুটীয়াকৈ উলিওৱা গ্ৰন্থসমূহৰ ক্ষেত্ৰতো শ্ৰীশৰ্মাই তদনুৰূপ চুক্তিত আবদ্ধ হোৱাৰ ফলস্বৰূপে

তৃতীয় খণ্ডত অন্তর্ভুক্ত গ্ৰন্থসমূহৰ গুটীয়া প্ৰকাশনো সম্ভৱ হৈ উঠিছে। চন্দ্ৰ প্ৰকাশৰ ৰাজেন্দ্ৰ মোহন শৰ্মাৰ লগত ন্যাস পৰিষদৰ যোগাযোগ স্থাপন কৰি দিয়াৰ বাবে অধ্যাপক প্ৰফুল্ল চন্দ্ৰ ভট্টাচাৰ্যৰ শলাগ ল'লোঁ।

ডক্টৰ নেওগৰ বিয়োগৰ পিছত, তেখেতৰ প্ৰতিনিধি স্বৰূপে তেখেতৰ একমাত্ৰ পুত্ৰ শ্ৰীপ্ৰণৱস্বৰূপ নেওগে (যদুমণিয়ে) "ডক্টৰ মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস পৰিষদ"ৰ অনেকখিনি গুৰু দায়িত্ব নিষ্ঠাৰে পালন কৰি ৰচনাৱলীৰ তৃতীয় খণ্ডৰ প্ৰকাশ সম্ভৱপৰ কৰি তুলিছে। তাৰ বাবে শ্ৰীপ্ৰণৱস্বৰূপ নেওগ আমাৰ বিদ্যায়তনিক জীৱনৰ সদৌটিৰে প্ৰশংসাৰ পাত্ৰ। ইয়াৰ উপৰিও শ্ৰদ্ধেয় ডক্টৰ নেওগৰ পত্নী শ্ৰীযুতা নিৰ্মলা নেওগ, কনিষ্ঠা জীয়ৰী দুগৰাকী, ক্ৰমে স্নিগ্ধমালতী নেওগ (মনমণি) আৰু নৱমালতী চক্ৰৱৰ্তী (খুদমণি)য়ে আগবঢ়োৱা সহায়-সহযোগিতা আৰু পৰামৰ্শৰ কথাও ন্যাস-পৰিষদৰ হৈ কৃতজ্ঞতাৰে সুঁৱৰিছোঁ। আমি আশা কৰিছোঁ সদৌটিৰে সহযোগত ডক্টৰ মহেশ্বৰ নেওগৰ স্মৃতিত ন্যাস পৰিষদে এটি গৱেষণা প্ৰতিষ্ঠান গঢ়ি তুলিবলৈ আৰু তাৰ যোগেদি ডক্টৰ নেওগৰ বিদ্যাযতনিক আদৰ্শ অনুসৰণ কৰিবলৈ সক্ষম হ'ব।

মহেশ্বৰ নেওগৰ ৰচনাৱলীৰ তৃতীয় খণ্ড আৰু এই খণ্ডত সন্নিবিষ্ট গ্ৰন্থসমূহ গুটীয়াভাৱে প্ৰকাশৰ নিমিত্তে চন্দ্ৰ প্ৰকাশৰ শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মাই উদ্যোগ লোৱাত ন্যাস-পৰিষদৰ হৈ ধন্যবাদ জনালোঁ।

নগেন শইকীয়া
সম্পাদক

# সূচীপত্ৰ

## বৈকুণ্ঠনাথ ভাগৱত-ভট্টাচাৰ্য



## পঢ়িয়া মাধৱ আতাৰ চৰিত

## অসমৰ ধৰ্মৰ বুৰঞ্জী ঃ আন্ধাৰ আৰু পোহৰ

।। প্ৰথম বক্তৃতা।।

।। দ্বিতীয় বক্তৃতা।।



## গুৰুচৰিতৰ ইতিকথা

## লক্ষ্মীনাথ

# পাঠ-সমীক্ষা



# স্নেহৰ অৰুণাচল

## বিশ্ববিদ্যালয়ৰ স্বপ্ন-ভ্ৰমণ-ভাষণ

# ১
## পটভূমি

"এইটোৱেই আটাইতকৈ ভাল সময় আছিল, অথচ এইটোৱেই আটাইতকৈ বেয়া সময় আছিল। এইটো আছিল জ্ঞানৰ যুগ, অথচ এইটোৱেই আছিল অজ্ঞতাৰো যুগ। এইটো আছিল বিশ্বাসৰ যুগ, অথচ এইটোৱেই আছিল অন্ধবিশ্বাসৰো যুগ। এইটো আছিল পোহৰৰ কাল, অথচ এইটোৱেই আছিল আন্ধাৰৰো কাল। এইটো আছিল আশাৰ বসন্ত, অথচ এইটোৱেই আছিল নিৰাশাৰ শীত। আমাৰ সন্মুখত সকলো আছিল, অথচ আমাৰ সন্মুখত একোৱেই নাছিল। আমি সকলোৱেই পোনে পোনে স্বৰ্গলৈ বাট বুলিছিলোঁ, অথচ আমি আটায়ে পোনে পোনে তাৰ বিপৰীত ফালেহে গৈ আছিলোঁ।" —চাৰ্লছ্ ডিকেন্সে এইখিনি কথাৰে শঙ্কৰদেৱৰ আৱিৰ্ভাৱকালৰ বৰ্ণনা কৰিব খোজা নাছিল , ইচ্ছা কৰা হ'লে এই দৰেই তেওঁ সেই কালটোৰো বৰ্ণনা কৰিব পাৰিলেহেঁতেন।

কবি-শিল্পী আৰু সাধক শঙ্কৰদেৱে যেতিয়া পঞ্চদশ শতিকাৰ মাজ ভাগত জন্ম গ্ৰহণ কৰিছিল, সেই সময়ত অসম বা কামৰূপ বা আন যি কোনো নামেৰেই জনাজাত নহওক লাগে, ভাৰতৰ এই উত্তৰ-পূব অঞ্চলৰ ৰাজনৈতিক আৰু সামাজিক অৱস্থা একেবাৰেই অস্থিৰ হৈ পৰিছিল। প্ৰাচীন কামৰূপ ৰাজ্যখন পূবে উত্তৰ-পূব সীমান্ত অঞ্চলৰ লোহিত বিভাগৰপৰা পশ্চিমে উত্তৰ বঙ্গ আৰু পূৰ্ব পাকিস্তানৰ মাজেদি বৈ যোৱা কৰতোয়া নদীলৈকে বিস্তৃত আছিল। দীঘলে দীঘলে খৰস্ৰোতা ব্ৰহ্মপুত্ৰৰ উপত্যকা ভাগ আছিল এটা ঘৰৰ মাজৰ বুলনিৰ দৰে। সেই উপত্যকাৰ দুয়ো কাষে থকা পৰ্বতবিলাক ঘৰৰ কাষৰীয়া কোঠাবিলাকৰ দৰে আছিল। মাজৰ বুলনিটোৰপৰাই সেই কোঠাবিলাকলৈ সোমাই যাব পাৰি। ইতিহাসৰ এটা বিশেষ স্তৰত এই মাজৰ বুলনি আৰু কাষৰীয়া কোঠাবিলাকেৰেই প্ৰাচীন কামৰূপ ৰাজ্যখন গঠিত হৈছিল। একাদশ অথবা দ্বাদশ শতিকাত ৰচিত 'কালিকা পুৰাণ'— ত অন্ততঃ এইখিনিকেই তান্ত্ৰিক দেৱী কামাখ্যাৰ ধৰ্মীয় আধিপত্যৰ ঠাই বুলি বৰ্ণনা কৰা হৈছে। যথাক্ৰমে পুষ্যবৰ্মা, শালস্তম্ভ আৰু ধৰ্মপালেৰে আৰম্ভ হোৱা তিনিওটা হিন্দু ৰাজবংশৰ ভিতৰত শেহৰটোৰ ৰাজত্বকাল আছিল দ্বাদশ শতিকালৈকে। তাৰ পিছতেই অন্ধকাৰ। কামৰূপ অৰ্থাৎ অসম দেশখনৰ পশ্চিম অঞ্চলৰ সেই সময়ৰ ৰাজনৈতিক ইতিহাসৰ কাৰণে আমি কেতবোৰ আধাডুখৰীয়া অথবা অনিৰ্ভৰযোগ্য তথ্যৰ ওপৰত নিৰ্ভৰ কৰিব লগীয়া হয়। আহোম শক্তিৰ অভ্যুত্থানৰ লগে লগে ৰাজ্যৰ পূব অঞ্চলত অৱশ্যে কিছু সুস্থিৰ অৱস্থাই দেখা দিছিল। আহোম শক্তিয়ে ১২২৮ খ্ৰীষ্টাব্দত পোন প্ৰথমে অসমৰ মাটিত খোপনি পোটে।

তাৰ পিছত ক্ৰমে পশ্চিম অঞ্চললৈ বিস্তৃতি লাভ কৰি ভোট-ব্ৰহ্ম গোষ্ঠীৰ জাতিসমূহক পৰাস্ত কৰে। সেই জাতিসমূহৰ ভিতৰত সৰ্বপ্ৰধান কছাৰীবিলাকো যুদ্ধত পৰাস্ত হৈ লাহে লাহে আধুনিক অসমৰ দক্ষিণ ভাগলৈ আঁতৰি যায়। সেই সময়ত ভূঁঞা নামৰ বহুত আঞ্চলিক শাসকে দেশখনৰ বিভিন্ন অঞ্চলত বিভিন্ন আকাৰৰ কেতবোৰ সৰু সৰু ৰাজ্য পাতি ভোগ-দখল কৰি আছিল। তেওঁলোকৰ নিজৰ ভিতৰত কোনো মিলা-প্ৰীতি নাছিল। তেওঁলোকতকৈ অধিক বলশালী কোনো শক্তিৰ সন্মুখীন হ'লেই সহজে বশ্যতা স্বীকাৰ কৰিছিল। ভূঁঞাসকলৰ মাজৰে কোনো কোনোৱে উদীয়মান আহোম ৰাজশক্তিৰ বিৰুদ্ধে মূৰ ডাঙি উঠিছিল। কিন্তু এজন এজনকৈ তেওঁলোক সকলো পৰাস্ত হ'ল। ১৫-শ শতিকাৰ মাজ ভাগত আৰু শেষ ভাগতো আহোম ৰাজ্যৰ সীমাৰ বাহিৰত বহুতো ভূঁঞা ৰাজ্য দেখা পোৱা গৈছিল ১৬ শ শতিকাৰ আৰম্ভণিতে বিশ্বসিংহ নামৰ এজন কোচ বীৰ ক্ৰমান্বয়ে শক্তিশালী হৈ উঠে। তেওঁ এই ভূঁঞাসকলৰে কেইজনমানক আৰু দেশখনৰ আন সাধাৰণ বজা জনদিয়েকক পৰাস্ত কৰি বৰ্তমান কোচবিহাৰ নগৰৰ ১৪ মাইল পশ্চিমে থকা কমতানগৰ নামে ঠাইত ৰাজধানী পাতে।

কামৰূপৰ ৰাজনৈতিক অবস্থা, যি সময়ত ইমান অশান্তি-পূৰ্ণ আছিল, সেই সময়ত সামাজিক অবস্থা আছিল তাতোকৈ শোচনীয়। বহুতো বিবদমান ধৰ্ম-সম্প্ৰদায় আৰু পৰস্পৰে অমিল ধৰ্ম-বিশ্বাস আৰু ৰীতি-নীতিৰ ফলত দেশখনৰ একতাৰ বান্ধ শিথিল হৈ পৰিছিল। এইখন দেশত প্ৰাচীন কালৰপৰাই ভোট-ব্ৰহ্ম গোষ্ঠীৰ নানা জাতিৰ লোকসকলে বসবাস কৰিছিল। সেই লোকসকলৰ যিবিলাক নিজা নিজা ধৰ্মবিশ্বাস আৰু পূজা-পদ্ধতি আছিল, সেইবিলাক কালক্ৰমে হিন্দুধৰ্মৰ বিভিন্ন প্ৰথাৰ দ্বাৰা প্ৰভাবান্বিত হৈছিল আৰু সেইবিলাকে নিজেও হিন্দুধৰ্মৰ বিভিন্ন প্ৰথাক প্ৰভাবান্বিত কৰিছিল। শাক্ত গ্ৰন্থ 'যোগিনী তন্ত্ৰ'ত স্পষ্টভাবে স্বীকাৰ কৰা হৈছে যে কামাখ্যা অঞ্চলত প্ৰচলিত ধৰ্মটো কিৰাতসকলৰপৰাই উদ্ভৱ হোৱা। ('সিদ্ধেশি যোগিনী পীঠে ধৰ্মঃ কৈৰাতজো মতঃ'।) অসমত ঠাই পোৱা সৰ্বপ্ৰথম হিন্দুধৰ্ম হৈছে শৈৱমত। শাক্তমতৰ প্ৰবল হেঁচাত পৰি কালক্ৰমত সেই শৈৱমত গুপ্ত হৈ পৰিল আৰু কছাৰীসকলৰ মাজত গৈ সিয়ে নকৈ শিপাবলৈ ধৰিলে। কছাৰীসকলে ভগৱান শিৱক এটা নতুন নাম দিলে-- বাথৌ। বিভিন্ন জনজাতিৰ মাজত এতিয়াও বুঢ়া গোসাঁই বা বলিয়াবাবা নামত শিৱক পূজা কৰা হয়।

খ্ৰীষ্টীয় দ্বিতীয় সহস্ৰাব্দ আৰম্ভ হোৱাৰ সময়ত কামৰূপত শাক্তধৰ্ম অৰ্থাৎ "যৌনপ্ৰধান বিধি, পশুবলি আৰু আইনৰ অনুমোদন-সাপেক্ষে নৰবলিৰে যাৰ পূজা কৰা হয়, তেনে এগৰাকী নানা নাম আৰু ৰূপ-সম্পন্না দেৱীৰ" পূজাৰ প্ৰথাই আটাইতকৈ ডাঙৰ ধৰ্ম হৈ পৰিছিল। কামাখ্যাৰ যোনিপীঠৰ সৈতে গুৱাহাটীৰ ওচৰতে থকা নীলাচল

পৰ্বত এই ধৰ্মৰ কেন্দ্ৰ হৈ পৰিছিল। অসমৰ শাক্তধৰ্মৰ দুয়োখন প্ৰধান গ্ৰন্থ 'কালিকা পুৰাণ' আৰু 'যোগিনী তন্ত্ৰ'ই ঘোৰ শাক্তমত বামাচাৰ সমৰ্থন কৰে , পশুবলি আৰু হৃদয়ৰ আটাইতকৈ ওচৰৰপৰা নিজৰ গাৰ মঙহ আৰু নিজৰ গাৰ তেজ কাটি দিয়াৰ প্ৰথা আৰু আন বহুতো গোপন ক্ৰিয়াকলাপৰ বিধান, এই দুই শাস্ত্ৰত আছে। পঞ্চ ম-কাৰ নামে প্ৰসিদ্ধ পঞ্চ-তত্ত্বৰ সেবনকে কেন্দ্ৰ কৰি কৰা অনুষ্ঠানবিলাকে এই ধৰ্মত বিশেষ প্ৰাধান্য লাভ কৰিছে। আন এটা অনুষ্ঠান হ'ল কুমাৰীপূজা , সেই মতে এগৰাকী কন্যাক দেৱী আৰু জননশক্তিৰ প্ৰতিভূ বুলি মানি লোৱা হয়। বলি-বিধান শাক্ত পূজা-পদ্ধতিৰ এটা অপৰিহাৰ্য অঙ্গ আছিল আৰু এতিয়াও সেই ব্যৱস্থা সেই দৰেই চলি আছে। দেৱীৰ তৃপ্তিৰ অৰ্থে নিত্য আৰু নৈমিত্তিক উপলক্ষ্যত অসংখ্য পশু বধ কৰা হৈছিল। অসমৰ কোনো কোনো জনজাতীয় লোকৰ মাজত প্ৰচলিত মানুহৰ মূৰ কটা প্ৰথাৰ লগত নৰবলিৰ বোধ হয় কোনো সম্বন্ধ নাই। 'কালিকা পুৰাণে' নৰবলিক শাস্ত্ৰীয় সমৰ্থন দিছে আৰু বিশেষকৈ নীলাচলৰ ভৈৰৱী মন্দিৰ আৰু শদিয়াৰপৰা অলপ নিলগতে এতিয়াৰ উত্তৰ-পূব সীমান্ত অঞ্চলৰ লোহিত জিলাত অৱস্থিত তাম্ৰেশ্বৰী মন্দিৰত সময়ে সময়ে নৰবলি সংঘটিত হৈছিল। তদুপৰি শবৰোৎসৱ অৰ্থাৎ শবৰ নামৰ জনজাতিৰ উৎসৱ এটা পালন কৰা হৈছিল, যাৰ বৰ্ণনা যৌন নগ্নতাৰ প্ৰকাশ যেন হৈছে।

সেই সময়ত বজ্ৰযান নামে বৌদ্ধধৰ্মৰ এটা অত্যন্ত বিকৃত ৰূপৰ বহুতো ব্যভিচাৰে ঠাই পাইছিল। বজ্ৰযান হৈছে "অদ্বৈত দৰ্শন, ইন্দ্ৰজাল আৰু যৌনাচাৰ আৰু লগতে সামান্য পৰিমাণৰ বৌদ্ধ মতৰ এটা অদ্ভুত সংমিশ্ৰণ"। কামাখ্যা বা কামৰূপ আৰু এই অঞ্চলতে থকা চিৰিহট্ট এই বজ্ৰযানীসকলৰ কাৰণে বিশেষ তাৎপৰ্যপূৰ্ণ কেন্দ্ৰ হৈ পৰিছিল। বজ্ৰযানীসকলৰ মতে সাধকৰ কাৰণে পঞ্চ ম-কাৰ অপৰিহাৰ্য আছিল , প্ৰত্যেক নাৰীৰ গাত থকা প্ৰজ্ঞাপাৰমিতা, অৰ্থাৎ পৰমতত্ত্বৰ উপভোগ কৰিবৰ কাৰণে বজ্ৰযানে বিধান দিছিল। বৈষ্ণৱসকলৰ গ্ৰন্থত বজ্ৰযানীবিলাকৰ ধৰ্মক বামানয় বা পাষণ্ড নয় বুলি উল্লেখ কৰিছে আৰু এই ধৰ্মাৱলম্বীসকলক গুপ্ত মন্ত্ৰ গাই, হাঁহি উঠা মূৰ্তি দেখুৱাই জনসাধাৰণক চলাহি কৰা বৌদ্ধমতীয়া টাটকীয়া বুলি অভিহিত কৰিছে।

নাথ সম্প্ৰদায়ৰ অনুগামী, সম্ভৱতঃ অষ্ট্ৰিক জাতিৰ পৰা অহা কচ্ছপ দেৱতা ধৰ্মৰ উপাসক , সৰ্পদেৱতা মনসা , বসন্ত ৰোগৰ দেৱী শীতলা বা আই আৰু অন্যান্য বহুতো সৰুসুৰা দেৱ-দেৱীৰ উপাসকৰ সংখ্যাও কম নাছিল। নগৰে চহৰে সন্ন্যাসী বা ফকীৰবিলাক ঘূৰি ফুৰিছিল। তাৰে কোনো কোনোজন আছিল আচলতে ধৰ্মৰ মুখা পিন্ধা ঠকাইত। বহুত মানুহ জড়োপাসক আছিল ; সেইবিলাকে মেঘ আৰু ?  আৰু ভড়াল বা খেৰৰ পুঁজিবিলাকক পূজা

কৰিছিল। জড়োপাসনাবিষয়ক অন্ধবিশ্বাস আৰু অনুষ্ঠান কেৱল জনজাতীয়সকলৰ মাজতে নহয়, অশিক্ষিত জনসাধাৰণৰ মাজতো পূৰ্ণোদ্যমে চলি আছিল। সমগ্ৰ দেশখনকে এটা যাদুমন্ত্ৰৰ কুহকজালে আৱৰি ৰাখিছিল, যাৰ ফলত বহিৰ্জগতৰ কাৰণে কামৰূপখনেই ইন্দ্ৰজালৰ দেশ বুলি জনাজাত হৈ পৰিছিল, য'ত ভোজবাজীৰ সহায়ত মানুহে নিজেও ইচ্ছামতে যি কোনো ৰূপ ল'ব পাৰিছিল। আনকো যি কোনো ৰূপ দিব পাৰিছিল। অন্ধবিশ্বাসে হোজা মানুহবিলাকক এনে ভাৱে আচ্ছন্ন কৰি ৰাখিছিল যে তেওঁলোক অতি সহজেই ক্ৰূৰ দেৱতা আৰু স্বাৰ্থান্বেষী বাজীকৰৰ বশীভূত হৈ পৰিছিল।

২

## মহাপুৰুষজনাৰ জীৱন-কাহিনী

বাৰভূঞাসকলে বৰ্তমান অসমৰ মাজ ভাগতে ব্ৰহ্মপুত্ৰৰ দুয়ো পাৰে সৰু সৰু ৰাজ্য একোখন পাতি বাস কৰিছিল। তাৰে শিৰোমণি ভূঞাৰ পৰিয়ালত ১৪৪৯ চনৰ আহিন মাহত (অক্টোবৰত) এটি ধুনীয়া সন্তানৰ জন্ম হয়। শিৰোমণি কুসুম্বৰ কায়স্থ ভূঞাই এই ঘটনাটোৰ কাৰণেই আগ্ৰহেৰে বাট চাই আছিল , কিয়নো, তেওঁ বিয়া কৰোৱা ভালে দিন হ'ল যদিও তেওঁৰ ভাৰ্যা সত্যসন্ধাৰ তেতিয়ালৈকে কোনো সতি-সন্ততি হোৱা নাছিল। সেই কথাতে ভূঞা ইমান বিমৰ্শ হৈ পৰিছিল যে তেওঁ আনকি আকৌ এবাৰ দাৰ-গ্ৰহণো কৰিছিল। এইটোও কথিত আছে যে সন্তান এটি বৰৰূপে পাবৰ কাৰণে তেওঁ আশুতোষ শিৱক পূজা দিছিল। সেই কাৰণেই শিশুটিৰ নাম ৰখা হ'ল শঙ্কৰ বা শঙ্কৰবৰ। শিশুটি এটি সুন্দৰ সুঠাম ডেকা হৈ বাঢি আহিল , কিন্তু তেওঁ নিচেই কম বয়সতে মাক-পিতাক, দুয়োকে হেৰুৱালে আৰু তেওঁক তেতিয়া কুসুম্বৰৰ মাক খেৰসুতিয়ে মৰমেৰে লালন-পালন কৰিবলৈ ধৰিলে।

সকলো ভবিষ্যৎ মহৎ-লোকৰে ল'ৰা কালছোৱা উদণ্ডভাৱেই যায় বুলি এটা বহলভাৱে প্ৰযোজ্য সাধাৰণ নিযমৰ ধাৰণাকে আমি ধৰি ল'ব পাৰো বুলি হয়তো ন দি ক'ব নোৱাৰি । কিন্তু শঙ্কৰৰ ল'ৰা কালছোৱা হ'লে কেইবাবছৰো ধৰি উদণ্ডভাৱে ৰং-ধেমালি আৰু ল'ৰা-ধেমালিৰ মাজেদিয়ে পাৰ হৈ গৈছিল। টোপনিৰপৰা সাৰে থকা সময়ছোৱা ধেমালি-ধুমুলাতে কটাইছিল। তেওঁ প্ৰায়ে হাবিলৈ গৈ চৰাই নাইবা পশু ধৰিছিল। কেতিয়াবা ব্ৰহ্মপুত্ৰত গৈ কাছ আৰু শিহু ধৰিছিল নহ'লেবা ভৰা ব্ৰহ্মপুত্ৰখনতে ইপাৰৰপৰা সিপাৰলৈ সাঁতুৰি আকৌ উভতি আহিছিল। তেওঁৰ ঘাইকৈ গৰু চৰোৱাত আৰু গৰুৰ পিছে পিছে পথাৰত ঘূৰি ফুৰাত হে অধিক আগ্ৰহ আছিল। এই দৰেই চাওঁতে চাওঁতে তেওঁ বাৰবছৰীয়াটো হ'ল।

এদিনাখন শঙ্কৰে ভাত খাই থাকোঁতে খেৰসুতি আই আহি তেওঁৰ কাষতে বহিল। তেওঁৰ পিতাক, ককাক আৰু আন পূৰ্ব-পুৰুষসকল যে কিমান পণ্ডিত আৰু সুদক্ষ শাসক আছিল অথচ বাৰবছৰীয়া চেঙেলীয়া ডেকা ল'ৰাটো হৈও শঙ্কৰে কেনেকৈ শিৰোমণি বংশৰ সেই গৌৰৱ নষ্ট কৰিবলৈ ওলাইছে তাকে কৈ নাতিয়েকক বুজনি দিবলৈ ধৰিলে। এই পালি ঔষধে জানিবা শঙ্কৰৰ গাত থিতাতে গুণ দিলে আৰু তেওঁ তেতিয়া পঢাশালিলৈ যাবলৈ মন মেলিলে। বিখ্যাত ব্ৰাহ্মণ-পণ্ডিত মহেন্দ্ৰ কন্দলিৰ টোলখনলৈকে ভাল দিন এটা গণি-পটি চাই ভাদৰ এটা বৃহস্পতিবাৰে ল'ৰাটি লৈ

যোৱা হ'ল। হঠাতে পথৰুৱা মুকলিমূৰীয়া জীৱন এটা এৰি দিব লগীয়া হোৱাত শঙ্কৰে পঢ়া-শুনালৈ বৰকৈ মন দিব পৰা নাছিল। ফলত তেওঁ পঢ়াশালি ক্ষতি কৰিবলৈ ল'লে আৰু এদিনাখন গুৰুক টকা এটি আৰু কাপোৰ এখন ভেটি দি পঢ়াশালিলৈ যোৱাৰপৰা ৰেহাই বিচাৰিছিল। আনহাতে তেওঁ এজন নিষ্ঠাবান ছাত্ৰ হৈ পৰিছিল আৰু দিনে নিশায় পুৰণি পুথিবিলাকৰ পাততে সম্পূৰ্ণ মনোনিবেশ কৰিছিল। শোৱাপাটীৰ দুকাষে দুখন ঠগিত ওপচাকৈ পুথি আৰু চোবাই থাকিবলৈ ভালেখিনি খনীয়া তামোল গোটাই লৈ তেওঁ আনকি নিশাও ভালেমান পৰলৈ পঢ়াশুনা কৰি উজাগৰে কটাইছিল। এই সময়তে তেওঁৰ গুৰুৰ নিৰ্দেশমতে শঙ্কৰক আটায়ে 'শঙ্কৰদেৱ' বুলিবলৈ ল'লে। কাৰণ, এই কথা শুনিবলৈ পোৱা যায় যে মহেন্দ্ৰ কন্দলিযে হেনো এদিন ভৰ-দুপৰীয়া পঢ়াশালিলৈ আহি দেখিলে যে শঙ্কৰ অকলে অকলে তাতে শুই আছে আৰু ছাঁ দিবলৈ ফেঁটি সাপ এটাই তেওঁৰ মূৰৰ ওপৰতে ফেঁট তুলি বৈ আছে। পণ্ডিতে যেন তেওঁৰ শিষ্য যে ভৱিষ্যতে মহৎ লোক হ'ব তাৰ হে এটা আভাষ পালে আৰু তেতিয়াই সকলো ছাত্ৰৰ কাৰণে এই নিয়ম কৰি দিলে যে ডেকাভূঞাক কেৱল শঙ্কৰ নুবুলি সকলোৱে শঙ্কৰদেৱ বুলি মাতিব। সেই কালৰ টোলবিলাকত ছাত্ৰই কি শাস্ত্ৰ কিমান দিনৰ কাৰণে অধ্যযন কৰিব লাগিছিল সেই বিষয়ে আমি বৰ সঠিকভাৱে ক'ব নোৱাৰোঁ। কিন্তু এই কথা প্ৰায নিশ্চিত যে ছয সাত বছৰ মানৰ ভিতৰতে শঙ্কৰে বেদ, উপনিষদ্, ৰামাযণ মহাভাৰত, পুৰাণ, তন্ত্ৰ, কলাপ-ব্যাকৰণ আৰু সাধাৰণভাৱে কাব্যকে ধৰি সংস্কৃত সাহিত্যৰ এজন বিদগ্ধ পণ্ডিত হৈ ওলাই আহিল। এই কাল ছোৱাৰ ভিতৰতে শঙ্কৰদেৱে সুন্দৰ কাব্য ৰচনা কৰিব পৰা হৈছিল। চৰিত-ৰচোঁতাসকলৰ মতে 'হৰিশ্চন্দ্ৰ উপাখ্যান' নামৰ সৰল কাব্যখন তেওঁ পঢ়াশালিত থকাতে ৰচিছিল বুলি ধাৰণা হয আৰু প্ৰায এই সময়ৰপৰাই তেওঁ যোগ অভ্যাস কৰিছিল বুলিও জনা যায়, পাছত 'ভাগৱত পুৰাণ'ৰ পৰমতত্ত্ব লাভ কৰিহে যোগাভ্যাস এৰি পেলায়।

যথাবিহিতভাৱে গুৰুদক্ষিণা দি গৃহস্থীজীৱন আৰম্ভ কৰিবৰ মানসেৰে শঙ্কৰদেৱ এইবাৰ ঘৰলৈ উভতি আহিল। ত্ৰয়োদশ শতিকাৰ দ্বিতীয় পাদত পূৰ্বাঞ্চলৰ এটা দৃঢ় শক্তিৰূপে গা কৰি উঠা আহোমসকল আৰু কছাৰীসকলৰ দৰে সৰু সৰু আন ৰাজশক্তিবিলাকৰ হেঁচাৰ বিৰুদ্ধেও স্থিৰ হৈ থাকিব পৰাকৈ শিৰোমণি ভূঞাৰ বংশধৰৰূপে সুন্দৰ শিক্ষা, জ্ঞান আৰু যৌৱনসুলভ সামৰ্থ্যেৰে শক্তিশালী শঙ্কৰদেৱে ছেদেলি-ভেদেলি হৈ থকা ভূঞাসকলক সুসংবদ্ধ কৰি সৰুকৈ সংযুক্ত-ৰাজ্য এখন গঢ়ি তুলিব পাৰিলেহেঁতেন। তেওঁৰ আত্মীয়-কুটুম্বসকলে তেওঁ অন্ততঃ এজন ভাল শাসক হৈ উঠিব বুলিয়ে আশা কৰিছিল। কিন্তু ৰাজকীয় কাৰ্যৰ হাই-উৰুমি আৰু শিৰোমণি

এজনৰ আন কৰ্তব্যবিলাকৰ বিষয়ে মূৰ ঘমোৱাতকৈ শঙ্কৰদেৱে অধ্যয়নৰ মাজেদিয়ে জীৱনটো অতিবাহিত কৰিবলৈ পালেই ভাল পায়। তেওঁৰ আত্মীয়-কুটুম্বসকলেও নিচেই কম বয়সতে বিয়া-বাৰু কৰাই শাসনকাৰ্যত মন দিবৰ কাৰণেই তেওঁক হেঁচা মাৰি ধৰিলে। অৱশেষত তেওঁলোকৰ এই আঁকোৰগোজ ভাবৰে জয় হ'ল। শঙ্কৰদেৱে বৰভূঞাৰ দায়িত্ব বুজি-বাজি ল'লে আৰু তেতিয়াও নিচেই কমবয়সীয়া হৈ থকা কাৰণে তেওঁ ডেকাগিৰি বুলি জনাজাত হ'ল। সূৰ্যৱতী নামেৰে এগৰাকী সুন্দৰী কায়স্থ ছোৱালী তেওঁ বিয়া কৰালে। মনু বা হৰিপ্ৰিয়া নামেৰে কন্যা এটি জন্ম দিয়াৰ অলপ দিন পিছতে সূৰ্যৱতীৰ মৃত্যু হ'ল। এই ঘটনাটোৱে সাংসাৰিক জীৱনৰ প্ৰতি আৰু এবাৰ তেওঁৰ মনত গভীৰ অনাসক্তি জগাই তুলিলে। তেতিয়া তেওঁ ভাৰতবৰ্ষৰ বিভিন্ন তীৰ্থস্থানত ভ্ৰমণ কৰিবৰ উদ্দেশ্যে ওলাই যোৱাটোকেই উত্তম বুলি স্থিৰ কৰিলে। তথাপি হৰি নামেৰে এজন ডেকা-ভূঞালৈ জীয়েকক বিয়া দি উলিয়াই দিয়ালৈকে তেওঁ কেইবছৰমান অপেক্ষা কৰিব লগীয়া হ'ল।

১৪৮১ চনত ৩২ বছৰ বয়সত তীৰ্থ-ভ্ৰমণ কৰিবলৈ শঙ্কৰদেৱ ওলাই গ'ল। তেওঁ তেওঁৰ ঘৰৰ দায়িত্ব জোঁৱায়েকক গতালে আৰু বৰভূঞাৰ দায়িত্বখিনি দদায়েক জয়ন্ত দলপতি আৰু মাধৱ দলপতিক দি গ'ল। তীৰ্থ-ভ্ৰমণ কৰিবলৈ যাওঁতে তেওঁৰ আৰু সোতৰজন লগৰীয়া আছিল , তাৰ ভিতৰতে মহেন্দ্ৰ কন্দলি আৰু তেওঁৰ কুলপুৰোহিতৰ পুত্ৰ আজীৱন-বন্ধু ৰামৰাম বিপ্ৰও আছিল। ধৰ্মপ্ৰাণ লোকসকলৰ এই দলটিয়ে দেৱমন্দিৰ আৰু তীৰ্থস্থান আৰু বিশেষকৈ বিষ্ণুদেৱতাৰ ক্ষেত্ৰসমূহ চাই সমগ্ৰ উত্তৰ ভাৰততে ঘূৰি ফুৰিবলৈ ধৰিলে। তীৰ্থযাত্ৰীসকলে পুৰী দৰ্শন কৰিলেগৈ আৰু তাতে ভালেমান দিন ধৰি, বোধহয় ভালেমান বছৰ ধৰি থাকিল। সেই তীৰ্থযাত্ৰীসকলে লগত বিভিন্ন ধৰ্মমত আৰু নানান মধুৰ সঙ্গীত লৈ আহি তাতে পোহাৰ মেলিছিল। ইতিমধ্যে সাংসাৰিক ভাৱৰ প্ৰতি প্ৰবলভাৱে নিৰাসক্ত হৈ পৰা এজন কৰিৰূপে শঙ্কৰদেৱে এই পুণ্যক্ষেত্ৰতে জ্ঞান-ভক্তিতত্ত্ব, অৰ্থাৎ পৰমেশ্বৰৰ প্ৰতি ভক্তি আৰু লগতে পৰম সত্যৰ বিষয়ে পৰম জ্ঞানৰ সন্ধান পালে। এই কথা শুনা যায় যে পুৰীৰ বৰ-দেউলত থকা মহাপ্ৰভু জগন্নাথকে তেওঁ গুৰু আৰু পৰম ভজনীয় বুলি মানি ল'লে। কিয়নো কবীৰৰ দৰে তেওঁৰ কোনো মনুষ্য-গুৰু নাছিল আৰু সেই কাৰণতে তেওঁৰ সমসাময়িকসকলে তেওঁক সমালোচনাও কৰিছিল। নকৈ গঢ় লৈ উঠা নব্য-বৈষ্ণৱ মত আৰু তাৰ ভিত্তিতেই গঢ় লৈ উঠা সুৱদি কাব্য-সাহিত্যই তেওঁৰ মনত এক গভীৰ সাঁচ বহুৱালে। তেওঁ নিজৰে 'কীৰ্তন'ত এই কাব্য-সাহিত্যৰ বিষয়ে উল্লেখ কৰি গাইছে— "ওৰেষা বাৰাণসী ঠাৱে ঠাৱে। কবিৰ গীত শিষ্টসবে গাৱে।।" এই সময়তে তেওঁৰ নিজৰো কল্পনা শক্তি সজাল

ধৰি উঠিল আৰু জাগতিক সুখ সম্ভোগৰ পৰা ক্ৰমে তেওঁ বহু ওপৰলৈ আঁতৰি গ'ল। গঙ্গা নৈৰ আগাৰিৰ বদৰিকাশ্ৰমতে তেওঁ তেওঁৰ প্ৰথম বৰগীত এটি ৰচনা কৰিছিল।

**গীত**

(ৰাগ-ধনশ্ৰী)

মন মেৰি ৰাম চৰণহি লাগু। তই দেখনা অন্তক আগু।। ধ্ৰুং।।

(পদ)

মন আয়ু ক্ষণে ক্ষণে টুটে।
দেখ প্ৰাণ কোন দিন চুটে।।
মন কাল অজগৰে গিলে।
জান তিলেকে মৰণ মিলে।।
মন নিশ্চয় পতন কায়া।
তই ৰাম ভজ তেজি মায়া।।
ৰে মন ইসব বিষয় ধান্ধা।
কেন দেখি নেদেখস আন্ধা।।
মন সুখে পাৰ কৈছে নিন্দ।
তই চেতিয়া চিন্ত গোবিন্দ।।
মন জানিয়া শঙ্কৰে কহে।
দেখ ৰাম বিনে গতি নহে।।

'ভাগবত পুৰাণ'খন শঙ্কৰদেৱে ইতিমধ্যে অধ্যয়ন কৰি থৈছিল। পিছে পুৰীৰ গোবৰ্ধন মহন্ত শ্ৰীধৰস্বামীৰ 'ভাগৱতভাবাৰ্থ-দীপিকা' নামৰ টীকাত থকা সাৰলীল ব্যাখ্যাৰ সহায়ত এই সময়তে তেওঁ সেই মহৎ গ্ৰন্থখনিৰ আকৌ এটা নতুন মৰ্ম উপলব্ধি কৰিবলৈ ল'লে।

ভ্ৰমণস্পৃহা আৰু অধিক পোহৰ লাভ কৰাৰ আশাৰে এই তীৰ্থযাত্ৰীজনে বাৰ বছৰ ধৰি নানান ঠাইত ভ্ৰমণ কৰিলে। কেইবাজনো চৰিত-ৰচয়িতাৰ মতে এই তীৰ্থ-ভ্ৰমণৰ কালছোৱাতে শঙ্কৰদেৱে কেইবাজনো শিষ্য লাভ কৰিছিল। এজন চৰিত-ৰচয়িতাই সেইসকলৰ ভিতৰত বৃন্দাবনৰ ৰূপ আৰু সনাতন গোস্বামীৰো নাম উল্লেখ কৰিছে। এই কথাষাৰ যদিও কিছু পৰিমাণে আচৰিত যেন লাগে তথাপি এইটোও কৌতূহলোদ্দীপক যে ৰূপ গোস্বামীয়ে 'বিদগ্ধমাধৱ' নামৰ নাটকখনৰ নান্দীত লিখিছে . "ভক্তৰূপে অৱতাৰ লাভ কৰা (ভগৱান) শঙ্কৰদেৱে আজি মোক আন এটা স্বপ্নত (এই নাটকখন ৰচিবলৈ) আদেশ দিছে।"

বাহিৰে বাহিৰে ইমান দীঘলীয়াকৈ ভ্ৰমণ কৰাৰ পিছত শঙ্কৰদেৱ যেতিয়া আকৌ ঘৰলৈ ঘূৰি আহিল তেতিয়াও খেৰসুতি আই জীয়াই আছিল। তেতিয়া দ্বিতীয় বাৰ বিয়া কৰাই তেওঁ এজন ভাল গৃহস্থৰূপে আকৌ থিতাপি ল'ব লাগে বুলি বুঢ়ীমাকে আঁকোৰগোজকৈ ধৰিলে। আনহাতে ভূঞাসকলেও টানি ধৰিলে যে ৰাজকাৰ্যৰ ভাৰো শঙ্কৰদেৱে আকৌ নিজ হাতলৈ তুলি লোৱা উচিত। কিন্তু শঙ্কৰদেৱে ভিতৰি আন এখন ৰাজ্যৰ হে পোহৰ দেখিছিল। সেইখন হৈছে ঈশ্বৰৰ ৰাজ্য। এটা নতুন জীৱন, অৰ্থাৎ নব্য-বৈষ্ণৱ আন্দোলনে জগাই তোলা এটা উদাৰ জীৱনৰ শিহৰণে কেনেকৈ সমগ্ৰ উত্তৰ ভাৰততে এক নৱজীৱনৰ কম্পন তুলিছিল সেই কথা তেওঁ দেখি আহিছিল। তেওঁ ইতিমধ্যেই জীৱনৰ উদ্দেশ্য স্থিৰ কৰি লৈছিল আৰু তাৰ সফলতাৰ হকে কাম কৰিবৰ কাৰণে ব্যগ্ৰ হৈ পৰিছিল। তথাপি আত্মীয়-স্বজনৰ প্ৰতি থকা গভীৰ স্নেহৰ হেতুকে তেওঁ সংসাৰৰ দায়িত্বও সম্পূৰ্ণৰূপে ত্যাগ কৰিব নোৱাৰিলে। সেই কাৰণেই তেওঁ প্ৰথমে শিৰোমণি ভূঞাৰ দায়িত্ব আকৌ এবাৰ গ্ৰহণ কৰিলে আৰু ১৪৯৭ শকত কালিন্দী আইক বিবাহ কৰিলে। কিন্তু ইমানতো তেওঁ নিজৰ মনটো শাস্ত্ৰচৰ্চাৰ পৰা আঁতৰ কৰি ৰাখিব নোৱাৰিলে আৰু আন আন লোকসকলেৰে সৈতে একেলগে বহি শাস্ত্ৰ-আলোচনা কৰিবৰ কাৰণে আৰু নাম প্ৰসঙ্গ কৰিবৰ কাৰণে এডোখৰ নিজৰালীয়া ঠাইত নামঘৰ এটি সজাই ললে। পৰৱৰ্তী কালৰ সত্ৰ নামৰ এটি বিশাল অনুষ্ঠানৰ এই নামঘৰটিয়েই অঙ্কুৰস্বৰূপ হৈ পৰিছিল। সত্ৰ পদটো বৈদিক সত্ৰ-যজ্ঞ (যেনে শতপথ-ব্ৰাহ্মণত উল্লেখ কৰা পাঁচ ৰাতি ধৰি অনুষ্ঠিত হোৱা পঞ্চৰাত্ৰ সত্ৰ) অথবা পিছৰ কালত শাস্ত্ৰ-আলোচনা বুজুউৱা (যেনে ব্ৰহ্ম-সত্ৰ অথবা ব্ৰহ্ম বা পৰমাৰ্থৰ বিষয়ে বিচাৰ কৰা) সত্ৰ পদৰপৰা উদ্ভৱ হৈছে। এই সময়তে 'ভাৱাৰ্থদীপিকাটীকা'ৰে সৈতে 'ভাগৱত পুৰাণ' এখনি লৈ জগদীশ মিশ্ৰ নামে টিৰহুতৰ ব্ৰাহ্মণ এজন পুৰীৰপৰা শঙ্কৰদেৱৰ ওচৰ পালেহি। 'ভাগৱত ভক্তিৰত্নাকৰ' ৰচোঁতা বিষ্ণুপুৰী সন্ন্যাসীৰ প্ৰশিষ্য জগদীশ মিশ্ৰই হেনো প্ৰভু জগন্নাথৰ নিৰ্দেশ মতেই এনে কৰিছিল। কথাষাৰৰ হয়তো তাৎপৰ্য এয়ে যে 'ভাগৱত' পুথিখন পালেই তেওঁলৈ পঠাই দিবলৈ শঙ্কৰদেৱে পুৰীত কাৰোবাক কৈ আহিছিল। জগদীশ শঙ্কৰদেৱেৰে সৈতে বৰদোৱাত থাকিল আৰু শ্ৰীধৰ টীকা অনুসৰি এবছৰ ধৰি পুৰাণৰ ব্যাখ্যা কৰিলে। মহাপুৰুষজনাই শেহলৈ গভীৰভাৱে উপলব্ধি কৰিলে যে 'ভাগৱত পুৰাণ'ত থকা বিষ্ণু-কৃষ্ণৰ এক শৰণ ধৰ্মৰ বাণীয়েই আটাইতকৈ উত্তম আৰু উপাদেয়। তেওঁ তিনি ঠাইৰ পৰা তিনিটা তত্ত্ব আনি নিজৰ ধৰ্মমতৰ মূল আদৰ্শসমূহ স্থিৰ কৰিলে : 'ভাগৱত'ৰপৰা আনিলে সৎসঙ্গ (অৰ্থাৎ সাধু বা ভক্তসকলেৰে সৈতে সঙ্গ কৰাৰ আদৰ্শ), 'পদ্মপুৰাণ'ৰ উত্তৰখণ্ডৰপৰা আনিলে নাম (অৰ্থাৎ ভগৱানৰ নাম-কীৰ্তন কৰাৰ আদৰ্শ) আৰু 'ভগৱদ্গীতা'ৰপৰা আনিলে একশৰণ

(অৰ্থাৎ একেজন ঈশ্বৰৰ প্ৰতি অব্যভিচাৰী ভক্তিৰ আদৰ্শ)। ভক্তিধৰ্মৰ তত্ত্বসমূহ বিভিন্ন ছন্দত সৰল অসমীয়া ভাষাত লিখি সমূহীয়াভাৱে ৰাইজৰ মাজত প্ৰচাৰ কৰা কামত তেওঁ গা ঢালি দিলে। তেওঁ এই কথা যেতিয়া লক্ষ্য কৰিলে যে এই ধৰ্মৰ প্ৰতি জনসাধাৰণ সহজে আকৃষ্ট হৈছে তেতিয়া তেওঁ এই ধৰ্মত লোকক শৰণ দিয়া কামত নিয়মীয়াকৈ লাগি গ'ল।

এই সময়তে শঙ্কৰদেৱে তেওঁৰ প্ৰথম নাট 'চিহ্নযাত্ৰা' ৰচনা কৰে আৰু অভিনয় কৰে বুলি কোৱা হয়। এই নাটৰ কাৰণে শঙ্কৰদেৱে নিজেই তুলাপাতৰ ওপৰত বিষ্ণুৰ নিৰাস বৈকুণ্ঠৰ পট আঁকিছিল। তেওঁৰ নিজৰ আত্মীয়-স্বজন আৰু শিষ্যসকলেৰে সৈতে এই নাটৰ কাৰণে প্ৰয়োজনীয় সঙ্গীত আৰু নৃত্যৰ আখৰা কৰিছিল আৰু নিজে নিৰ্দেশ দি নতুন নতুন বাদ্যযন্ত্ৰ সজাই লৈছিল। তেওঁ নিজেই সূত্ৰধাৰৰ ভাও লৈছিল আৰু মুঠতে সাত দিন সাত ৰাতি জুৰি অভিনয় হোৱা নাটখনৰ ঠায়ে ঠায়ে বিষ্ণুৰো ভাও লৈছিল। এই নাটখনৰ অভিনয় দেখিও বহুত লোক শঙ্কৰদেৱৰ শিষ্য হ'লহি। তাৰ পিছত শঙ্কৰদেৱ দেখ দেখকৈ এজন ধৰ্মগুৰু হৈ পৰিল আৰু প্ৰথমতে নিজৰ আত্মীয়-স্বজনসকলকে নতুন ধৰ্মত শৰণ দি তেওঁৰ প্ৰচাৰ-কাৰ্য আৰম্ভ কৰিলে।

স্থানান্তৰত এই কথা কৈ আহিছোঁ যে শঙ্কৰদেৱে তেওঁৰ নিজ ঠাই বৰদোৱাত থকা কালতে আৰু তাৰ আশে পাশে বাৰভূঞা মুখিয়ালসকলে সৰু সৰু ৰাজ্য শাসন কৰি থকা কালতে শঙ্কৰদেৱৰ বৈষ্ণৱ আন্দোলন আৰু তাৰ ফলত উদ্ভৱ হোৱা সাংস্কৃতিক নৱন্যাসৰ সূত্ৰপাত হয়। ইয়াতে শঙ্কৰদেৱে তেওঁৰ ধৰ্মৰ মূলমতবিলাক স্থিৰ কৰি লয় আৰু সাহিত্য আৰু সঙ্গীতৰ সহায়েৰে সেইবিলাক প্ৰচাৰ কৰাৰ উপায় আৰু কৌশলো উদ্ভাৱন কৰে। তেওঁ এই ঠাইতে চুটি চুটি বৰগীত আৰু কিছু দীঘলীয়া কীৰ্তন ঘোষা নামৰ গীতসমূহ ৰচনা কৰে। কিন্তু ধৰ্ম আৰু সংস্কৃতিৰ পুনৰুজ্জীৱনৰ কাৰ্যই সম্পূৰ্ণ গতিবেগ লাভ কৰিবলৈ তেতিয়াও বাকী।

ইতিমধ্যে সেই ঠাইত এটা অশান্তিৰ সূত্ৰপাত হ'ল। ভোট-ব্ৰহ্ম গোষ্ঠীৰ কছাৰীসকলৰ ৰাজ্যৰ সীমাতেই বাৰভূঞাৰ ৰাজ্য আছিল। চৰণীয়া পথাৰ আৰু খেতিৰ মাটি লৈ এই দুই শক্তিৰ মাজত সঘনে সৰু সৰু সংঘৰ্ষ ঘটি আছিল আৰু সেই সংঘৰ্ষৰ বিৰতিৰূপে মাজে মাজে বন্ধুতা আৰু শান্তিও বিৰাজ কৰিছিল। শঙ্কৰদেৱে শিৰোমণি ভূঞাৰ বাব লোৱাৰ সময়তে তেওঁলোকৰ বিবাদে জটিল আকাৰ ধাৰণ কৰিছিল কিন্তু যথেষ্ট কৌশল আৰু সহিষ্ণুতাৰে শঙ্কৰদেৱে সেই বিবাদৰ মীমাংসা কৰিছিল। পিছে শঙ্কৰদেৱে যেতিয়া শিৰোমণি ভূঞাৰ দায়িত্ব প্ৰায় এৰি পেলোৱাৰ নিচিনা হ'ল আৰু আধ্যাত্মিক কথাতে বেচিকৈ মন দিবলৈ ধৰিলে তেতিয়া ৰাজকাৰ্যৰ দায়িত্বত থকা তেওঁৰ আপোন লোকসকলে এটা খেলিমেলি লগাই পেলালে আৰু

কছাৰীৰে সংঘৰ্ষ লগাটো আৰু ফলত দীৰ্ঘ অশান্তি সৃষ্টি হোৱাটো প্ৰায় নিশ্চিত হৈ পৰিল। শঙ্কৰদেৱে এইবিলাক কথালৈ চকু দিবলৈ এবাৰ ফলত আন ভূঞাসকলে ইটো পক্ষৰ যথেষ্ট ক্ষতি সাধন কৰিলে। শঙ্কৰদেৱে যেতিয়া দেখিলে যে কছাৰীসকলৰ লগত দুনাই শান্তি স্থাপন কৰা আৰু কোনো পক্ষেই সম্ভৱ নহয় তেতিয়া তেওঁৰ মনত সন্তাপ উপজিল। সেই ঠাইৰ পোনে পোনে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে আন কোনো কোনো ভূঞাই তাৰ আগৰেপৰা ৰাজ্য পাতি আছিল। এতিয়া নিজ ৰাজ্য এৰি ভালে ভালে তালৈকে উঠি যাবলৈ নিজ আশ্ৰয়ত থকা ভূঞাসকলক শঙ্কৰদেৱে উপদেশ দিলে। ১৫১৬-১৭ খ্ৰীষ্টাব্দত সেই মতেই ভূঞাসকল উত্তৰ পাৰলৈ উঠি গ'ল আৰু সেই সময়ৰ পৰাই ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে অসমৰ মাজভাগত ভূঞা ৰাজত্বৰ ওৰ পৰিল আৰু ভূঞা ৰাজশক্তিৰ কোনো চিন-চাব নোহোৱা হ'ল। উত্তৰ পাৰৰ ভূঞাসকলৰ লগত শঙ্কৰদেৱ আৰু তেওঁৰ অনুগামীসকল মাথোন কেইমাহমানহে থাকিল। এই কথা তেওঁলোকে লক্ষ্য কৰিলে যে বিশ্বসিংহৰ নেতৃত্বত ক্ৰমে বিস্তৃতি লাভ কৰি অহা কোচ শক্তিৰ গৰাহত পৰাৰ ভয়ৰপৰা তেওঁলোক আঁতৰত নহয়। সেই কাৰণে তেওঁলোক আহোম ৰাজ্যৰ ভিতৰলৈ সোমাল আৰু বৰ্তমান বিশ্বনাথ ঘাটৰ ওচৰৰ গাংমৌ নামে এখন ঠাইত থিতাপি ল'লৈগৈ। কিন্তু এই ঠাইখনো কোচসকলে আৰু উত্তৰৰ পৰ্বতৰ ডফলাসকলে সহজে ঢুকি পোৱাতে আছিল। গতিকে তাত থকাটোও এটা সমস্যা বুলি বুজি পাই তেওঁলোকে আৰু পূবৰ ঢালে গৈ ব্ৰহ্মপুত্ৰৰ মাজৰ মাজুলীত থাকিবলৈ ল'লে আৰু ভাবিলে যে চাৰিওফালৰ ব্ৰহ্মপুত্ৰৰ পানীয়ে সম্ভৱতঃ তেওঁলোকক সকলো আক্ৰমণৰপৰা ৰক্ষা কৰিব।

ভূঞা আৰু বৈষ্ণৱসকলে বেলগুৰি বা ধুৱাঁহাট নামে এখন ঠাইত থাকিবলৈ ল'লে। চাৰিশ বছৰ পিছত যোৱা ১৯১৫ খ্ৰীষ্টাব্দত সেই ঠাইখন বাৰিষাৰ বানপানী আৰু ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াত নিশ্চিহ্ন গ'ল। এই ঠাইত তেওঁলোক বৰ নিৰাপদে আছিল আৰু শঙ্কৰদেৱৰ নিজৰ ধৰ্মসম্প্ৰদায়টোৱেও ইয়াতে ভাল দৰে গা কৰি উঠিছিল। ইয়াত থকা কালছোৱাৰ আটাইতকৈ ডাঙৰ ঘটনা হ'ল তেওঁৰ প্ৰিয় শিষ্য আৰু প্ৰধান প্ৰচাৰক মাধৱদেৱক লগ পোৱাটো। মাধৱদেৱ তেতিয়া নিজৰ বিদ্যাগৰ্ৱেৰে গৰ্বিত এজন ৩২ বছৰীয়া কায়স্থ ডেকা। শঙ্কৰদেৱৰ দৰে মাধৱদেৱো প্ৰথম অৱস্থাত এজন ঘোৰ শাক্ত আছিল। শঙ্কৰদেৱৰ শিষ্য আৰু তেওঁৰ নিজৰ বৈনায়েক ৰামদাসৰ লগত বয়সত ডাঙৰ গুৰুজনৰ নতুন ধৰ্মমতৰ বিৰুদ্ধে তৰ্ক কৰিবৰ মনেৰে মাধৱদেৱ শঙ্কৰদেৱৰ ওচৰত উপস্থিত হ'ল। মাধৱদেৱে অলপ পৰৰ ভিতৰতে বুজিব পাৰিলে যে তেওঁ এজন প্ৰবল শক্তিশালী প্ৰতিপক্ষৰ সন্মুখীন হৈছে। কিয়নো শঙ্কৰদেৱ শাক্তমত আৰু পশুবলিৰ ঘোৰ বিৰোধী আছিল আৰু সিবোৰৰ সপক্ষে মাধৱদেৱে যিমানেই যুক্তি দিছিল সেই

সকলোবিলাককে শঙ্কৰদেৱে তৰ্কেৰে খণ্ডন কৰিছিল। ডেৰ পৰ অৰ্থাৎ চাৰে চাৰি ঘণ্টা কাল জুৰি দুয়োজনৰ ভিতৰত তুমুল বাক্‌যুদ্ধ চলিল। অৱশেষত শঙ্কৰদেৱে 'ভাগৱত পুৰাণ'ৰ চতুৰ্থ স্কন্ধৰ ৩১ তম অধ্যায়ৰ ১৪ নং শ্লোকটোৰ উদ্ধৃতি দিলে ঃ

যথা তৰোৰ্মূলনিষেচনেন তৃপ্যন্তি তৎস্কন্ধভুজোপশাখাঃ ।
প্ৰাণোপহাৰাচ্চ যথেন্দ্ৰিয়াণাং তথা চ সৰ্ব্বাৰ্চনমচ্যুতেজ্যা।।
( বৃক্ষৰ মূলত যেন দিলে আনি জল।
হোৱয় তৃপিতি তাৰ পত্ৰ পুষ্প ফল।।
ডালে পাতে সিঞ্চে যদি মূলত নেদয়।
কদাচিতো ডালে পাতে তৃপিতি নহয়।।
ক্ষুধাতুৰ নৰে যদি অন্নক ভুঞ্জয়।
তৃপিতি হোৱন্ত ইন্দ্ৰিয় অতিশয়।।
ভোজন বিহীনে পিন্ধে বস্ত্ৰ অলংকাৰ।
ইন্দ্ৰিয়ৰ কিছু প্ৰীতি নহয় তাহাৰ।।
কৃষ্ণক পূজিলে সমস্তৰে পূজা হয়।
পৃথকে পূজিলে পূজা কেহো নলৱয়।।)

মাধৱদেৱে একশৰণ ধৰ্মৰ বিৰুদ্ধে যিমানবিলাক যুক্তি দৰ্শাইছিল সেই সকলোবিলাকে ইমানতে হাৰ মানিলে। তেওঁ উপলব্ধি কৰিলে শঙ্কৰদেৱৰ মতেই ঠিক আৰু লগে লগেই তেওঁ শঙ্কৰদেৱৰ চৰণত পৰি তেওঁক গুৰু মানি ল'লে। তেওঁ তেতিয়াৰপৰাই গুৰু আৰু ধৰ্মৰ কাৰণেই সম্পূৰ্ণ জীৱন উছৰ্গা কৰিলে। ইয়াতে কিছুদিন আগতে তেওঁ নেঘেৰীৰ ৰজাঘৰীয়া নাওঁশালৰ কায়স্থ এজনৰ জীয়েকক বিয়া কৰাম বুলি জোৰোণ পিন্ধাই থৈছিল। তেওঁৰ ধৰ্মসেৱাত যাতে ব্যাঘাত নজন্মে তাৰ কাৰণে অলপ কথাতে চেলু উলিয়াই তেওঁ সেই বিয়াখন ভাঙি পেলালে। তেওঁ ঘৰ-দুৱাৰ এৰি ব'ৰাগী হৈ গুৰুৰ লগতে থাকিবলৈ ল'লে। এই ডেকা পণ্ডিতজনৰপৰা শঙ্কৰদেৱে এক নতুন বলহে যেন লাভ কৰিলে। গুৰুৰ দৈনন্দিন জীৱনতো মাধৱদেৱ ইমান আপোন আৰু একনিষ্ঠ সেৱক হৈ পৰিল যে গুৰুৱে তেওঁক "প্ৰাণ-বান্ধৱ" বুলি মাতিবলৈ ল'লে। মাধৱদেৱৰ কণ্ঠ বৰ সুৱদি আছিল। ফলত সমূহীয়া নাম-কীৰ্তনৰ সঙ্গীত আগতকৈও সোৱাদ লগা হ'ল আৰু অধিক লোকে নাম-কীৰ্তনত ভাগ ল'বলৈ ধৰিলে। এই দৰেই ভক্তৰ সংখ্যা বাঢ়ি যাবলৈ ধৰিলে।

- একাধিক কাৰণত কৌটিকলীয়া ব্ৰাহ্মণ্য ধৰ্ম-ব্যৱস্থাৰ কৰ্মকাণ্ডৰ বিৰুদ্ধে শঙ্কৰদেৱৰ ধৰ্ম এক গুৰুত্বপূৰ্ণ প্ৰত্যাহ্বান হৈ পৰিছিল। ভক্তিৰ পন্থা জাতি-বৰ্ণ-নিৰ্বিশেষে সকলোৰে কাৰণে মুকলি। এই পন্থাই ব্ৰাহ্মণ আৰু চণ্ডাল দুয়ো জাতিকে সমান ধৰ্মীয় মৰ্যাদা

দিছে। শঙ্কৰদেৱে ঘোষণা কৰিলে ঃ 'চণ্ডাল পৰ্য্যন্ত কৰি হৰি-ভক্তি-অধিকাৰী'। পৰম পুৰুষত ভক্তি নিৱেদন কৰিবলৈ বিস্তৰ শাস্ত্ৰত পণ্ডিত হ'বৰ প্ৰয়োজন নাই। শঙ্কৰদেৱে 'ভাগৱত পুৰাণ' আদি পবিত্ৰ গ্ৰন্থসমূহ সৰল অসমীয়া গীত আৰু পদ কৰি ভাঙিলে। তাৰ ফলত ধৰ্ম-সমাজৰ নিম্নতম লোকজনেও হাতে ঢুকি-পোৱা বস্তু হৈ পৰিল, কিয়নো প্ৰতিজন লোকেই এই গীতবিলাক গাব পাৰিছিল বা পদবিলাক আওৰাব পাৰিছিল অথবা আনে গোৱা শুনি আনন্দ লাভ কৰিব পাৰিছিল। তদুপৰি মহাপুৰুষে এই কথাও ঘোষণা কৰিলে যে কেৱল গীত-পদ কীৰ্তন কৰি আৰু ভগৱন্তৰ ওচৰত সৰল ভক্তি নিৱেদন কৰি যেয়ে সেয়ে পৰম পুৰুষাৰ্থ লাভ কৰিব পাৰে। একশৰণীয়া ধৰ্মৰ লগত খাপ খাব পৰা কৰ্মকাণ্ডৰ অনুষ্ঠানখিনি তেওঁ ত্যাগ কৰিবলৈ দিয়া নাছিল যেন লাগে যদিও তেওঁৰ ধৰ্মমত সেই কালৰ পুৰোহিত সম্প্ৰদায়ৰ বৰ অসন্তোষৰ কাৰণ হৈ পৰিল, কিয়নো, নতুন ধৰ্মৰ প্ৰৱৰ্তনৰ ফলত নতুন এক শ্ৰেণীৰ গুৰুৰ সৃষ্টি হ'ল আৰু তাৰ ফলত পুৰণি পুৰোহিতসকলৰ গুৰুত্ব ভালেখিনি কমি গ'ল। আন কি কিছুমান বিষয়ত পুৰণি দলটোক নতুন দলটোৱে আওকাণ কৰাও হ'ল। এই সকলোবোৰৰ ফলত বিশেষকৈ অবৈষ্ণৱ সম্প্ৰদায় বিলাক ক্ষতিগ্ৰস্ত হ'ল। তান্ত্ৰিক ধৰ্মৰ প্ৰাদুৰ্ভাৱৰ স্থান অসম দেশত এই কথাৰ গুৰুত্ব কিমান তাক ন দি ক'বৰ প্ৰযোজন নাই। ক্ষতিগ্ৰস্ত হোৱা পন্থী লোকসকলে ইয়াক এটা প্ৰত্যাহ্বান বুলি গ্ৰহণ কৰি মহাপুৰুষৰ অনুগামীসকলক গালি-শপনি পাৰি আৰু অত্যাচাৰ কৰি দেখদেখকৈ তেওঁৰ বিৰুদ্ধাচৰণ কৰিবলৈ ল'লে। তেওঁলোকে বাটেদি কোনো বৈষ্ণৱ যোৱা দেখিলেই গালৈ দলিফৰ্মুটি মাৰিছিল, গালি-শপনি পাৰিছিল আৰু য'তে পায় ত'তে তেওঁলোকৰ ধৰ্মক কদৰ্থনা কৰিছিল। নতুন ধৰ্মৰ ফলত আৰ্থিকভাৱে ক্ষতিগ্ৰস্ত হোৱা পুৰোহিতবিলাকৰ উপৰিও ভাৰতী, কন্দলি, উপাধ্যায়, মিশ্ৰ আৰু আচাৰ্য আদি উপাধিৰে গৰ্বিত যিসকল ব্ৰাহ্মণ পণ্ডিত আছিল তেওঁলোকেও শঙ্কৰদেৱ আৰু মাধৱদেৱৰ পাণ্ডিত্যৰ বিশাল যশস্যাৰ ওচৰত নিজৰ খ্যাতি ম্লান হোৱা যেন অনুভৱ কৰিলে। পাষণ্ড বা তান্ত্ৰিক বৌদ্ধবিলাকৰ লগতো বৈষ্ণৱসকলৰ খোতামোজা লাগিছিল। শঙ্কৰদেৱে 'পাষণ্ডমৰ্দন' নামে কবিতা ৰচনা কৰি এই লোকসকলক সাৰ্থকভাৱে সমালোচনা কৰিলে আৰু বৈষ্ণৱ আন্দোলনৰ কেন্দ্ৰস্থলৰ পৰা তেওঁলোকক আঁতৰি যাবলৈ বাধ্য কৰিলে। এই দৰে হিন্দুসকলৰ নিজৰ ভিতৰতে যেতিয়া বিদ্বেষৰ ভাবে অসহনীয় অবস্থা পালেগৈ তেতিয়া শঙ্কৰদেৱে তেওঁৰে এজন আত্মীয়ৰ ঘৰত এখন ধৰ্মসভাত মুখিয়াল পণ্ডিত ব্ৰাহ্মণসকলক লগ পোৱাৰ ব্যৱস্থা কৰিলে। সভাত উভয় পক্ষৰ তুমুল তৰ্ক হ'ল। মহাপুৰুষজনে যুক্তিতৰ্কৰ বলেৰে এই পণ্ডিতসকলৰ দ্বাৰা এই কথা স্বীকাৰ কৰাই ল'লে যে প্ৰাচীন শাস্ত্ৰৰ দৃষ্টিতো শঙ্কৰদেৱৰ ধৰ্মমত আৰু দৰ্শন অভ্ৰান্ত। এই দৰেই এই তৰ্কসভাখনৰ ফলত মহাপুৰুষজনৰ আৰু

তেওঁৰ অনুগামীসকলৰ মৰ্যাদা যথেষ্ট বাঢ়ি গ'ল।

পাণ্ডিত্যৰ ক্ষেত্ৰত এই দৰে নিৰ্ঘাত পৰাজয় হোৱাৰ পিছতো পুৰোহিতসকলে শত্ৰুতা পালিবলৈ নেৰিলে। আহোম ৰজাসকলে তেতিয়ালৈকে হিন্দু ধৰ্ম লোৱা নাছিল, নিজৰ লগতে লৈ অহা পুৰণি ৰীতি-নীতিবিলাকেকে মানি চলিছিল। পুৰোহিতসকলে সেই আহোম শাসকসকলৰ সহায়তে এই ধৰ্মবিপ্লৱ দমন কৰিব পৰাৰ এটা আশা দেখি [illegible] পুৰোহিতসকলে চুহুংমুং স্বৰ্গদেৱক (১৪৯৭-১৫৩৯) এই কথা লগালেগৈ যে শংকৰদেৱে পুৰণিকলীয়া ধৰ্মৰ প্ৰথা নষ্ট কৰিবলৈ ওলাইছে। লগতে তেওঁৰ বুজাই [illegible] ৰাজ্যৰো [illegible] অমঙ্গল হোৱাৰ আশংকা আছে। তেওঁৰ ৰাজ্যৰ এটা খণ্ডৰ প্ৰজাৰ মাজত এনে ধৰণৰ ক্ষোভ হোৱাৰ বাৰ্তাৰ স্বৰ্গদেৱৰ কাৰণে সম্ভৱতঃ বিশেষভাৱে শংকাৰ কাৰণ হৈ পৰিছিল, কাৰণ এহাতে পশ্চিমৰপৰা কোচসকলে যি কোনো সময়তে আক্ৰমণ কৰাৰ আশংকা আৰু আনহাতে ইতিমধ্যে বশ হোৱা অথবা নোহোৱা উত্তৰ পৰ্বতীয়া অঞ্চলত বাস কৰা ভূঞা আৰু জনজাতীয় লোকসকলৰ পৰাও যি কোনো সময়ত বিপদ হোৱাৰ আশংকাৰ ফলত ৰাজ্যৰ সেই খণ্ডই ৰণ-নীতিৰ দৃষ্টিকোণৰপৰা যথেষ্ট গুৰুত্ব লাভ কৰিছিল। ৰাজনৈতিক অস্থিৰতা দেখিয়ে মুলাবাৰী নামে ঠাইত ৰজাই ১৫১২ চনত বিশেষ ক্ষমতাৰে এজন সন্দিকৈ ৰাখিব লগীয়া হৈছিল আৰু ১৫২৮ চনত সন্দিকৈৰ ক্ষমতাৰ এলেকা নাৰায়ণপুৰলৈকে বঢ়াই দিবলগীয়া হৈছিল।

[illegible] গুৰুজনাৰ বিচাৰ হ'ব লাগে বুলি ৰজায়ো খিতাতে আদেশ বিহিলে। তেওঁক [illegible] ৰাজসভালৈ মতাই আনিলে আৰু আগতে ৰজাক লগোৱা মতে শাক্ত পাষণ্ড ৰীতিৰ সমান অবৈদিক অনাচাৰী ধৰ্ম প্ৰবৰ্তোৱা বুলি জগৰীয়া কৰি তেওঁৰ বিৰুদ্ধে গোচৰ ল'লে। বিচাৰখন অৱশ্যে চমুতে শেষ হ'ল। তেওঁৰ ধৰ্মমত আৰু তেওঁ প্ৰৱৰ্তাৰ খোজা ৰীতি-নীতিৰ কোনো দোষ নেদেখি ৰজাই শঙ্কৰদেৱক নিৰ্দোষী বুলি সসন্মানে মুক্তি দিলে। আনহাতে এনে এজন সাধুলোকৰ বিৰুদ্ধে মিছা অভিযোগ অনাৰ কাৰণে টুটকীয়া পুৰোহিতসকলৰ ওপৰতহে স্বৰ্গদেৱ ৰুষ্ট হ'ল।

শঙ্কৰদেৱৰ অনুগামী ভূঞাসকলে যদিও বহুদিন আগতেই তেওঁলোকৰ প্ৰশাসনীয় কাৰ্য-কলাপ এৰি পেলাইছিল তথাপিও বোধহয় তেওঁলোকৰ কোনো কোনোজনৰ তেতিয়াও সামান্য স্বাধীনতাৰে সৈতে আহোমসকলেৰে সৈতে কিছু প্ৰশাসনীয় সম্বন্ধ আছিল , কিয়নো ভূঞাসকলৰ মাজৰেপৰা শঙ্কৰদেৱৰ ভতিজাক জগতানন্দই নিজৰ ধাৰ্মিক মতি-গতিৰ কাৰণেই ৰামৰাম উপাধি লাভ কৰিলে। শঙ্কৰদেৱৰ জোঁৱায়েক হৰি ভূঞাও এশলোকৰ অধিকাৰী আছিল বুলি কোৱা হৈছে। ইয়াৰ তাৎপৰ্য বোধহয় এয়ে যে হৰি জোঁৱাইৰ অধীনত এশ গোট পাইক বা চাৰিশ

কৰ্মঠ পুৰুষ ৰণ কৰিবৰ কাৰণে অথবা অন্য ভাবে ৰজাঘৰীয়া কামত গা খাটি দিবৰ কাৰণে সাজু আছিল। এই সময়তে ৰজাঘৰৰ কাৰণে হাতী ধৰা কামত লাগি দিবৰ কাৰণে ধুৰাঁহাট আৰু নাৰায়ণপুৰৰ ভূঞাসকলোলৈকো ৰাজধানীৰ পৰা আদেশ আহিল। অৱশ্যে এই কথাৰ অন্তৰালত আচলতে কিবা দুৰভিসন্ধি আছিল নে কি সেইটো বুজা নাযায়, যি নহওক, ভূঞাসকলে বৰকৈ গাত লগি কাম নকৰিলে যেন লাগে নাইবা এনে কামত অভিজ্ঞতা নথকাৰ কাৰণেই ভাল দৰে ৰখীয়া দিব নোৱাৰিলে। তাৰ ফলত তেওঁলোকৰ ভুলৰ দুবাৰ দেওভোদিয়ে হাতী পলাই গ'ল। তেতিয়া সন্দিকৈ একজনে হৰি জোঁৱাই আৰু মাধৱক বন্দী কৰি নি গড়গাঁৱৰ ৰাজধানী পোৱালেগৈ। তেওঁলোকৰ বিচাৰ হ'ল আৰু বিচাৰত দোষী সাব্যস্ত হ'ল। হৰি জোঁৱাইক চাওদাঙে কাটিলে আৰু দেখাতে বৈৰাগী চেহেৰাৰ মাধৱক তাতে নজৰবন্দী কৰি ৰাখিলে। তেওঁ কাষৰে-পাজৰে ভিক্ষা কৰি আৰু মাজে মাজে ৰাজ বিষয়াসকলৰ ঘৰত 'ৰামায়ণ' গাই পেট প্ৰৱৰ্তাবলৈ ধৰিলে। প্ৰায় ছমাহ পিছত মাধৱদেৱক এৰি দিয়া হ'ল। তেওঁ ধুৰাঁহাটলৈকে ওৰে বাট খোজ কাঢ়ি আহি হৰি জোঁৱাইক বধ কৰাৰ বতৰা গুৰুক দিলেহি। এই কথাত মহাপুৰুষজনাই বৰ বিষম পালে। আহোমৰাজ্যত যে আৰু বেছি দিন জীৱন নিৰ্বাহ কৰাটো সম্ভৱ নহয় সেই কথা নিশ্চিতকৈ বুজিলে।

কোচবেহাৰৰ ৰজা বিশ্বসিংহ ১৫৩৪ খ্ৰীষ্টাব্দত স্বৰ্গী হ'ল আৰু তেওঁৰ পুতেক মল্লদেৱে নৰনাৰায়ণ নাম লৈ ৰাজপাটত উঠিল। নৰনাৰায়ণৰ ভায়েক শুক্লধ্বজ বা চিলাৰায়ক যুৱৰাজ বা চাউৰিয়া পাতিলে আৰু কোচ সৈন্যৰো তেৱেঁই সেনাপতি হ'ল। দুয়োজন ৰাজকুমাৰেই সৰুতে কাশীত শিক্ষা লাভ কৰিছিল আৰু তাৰ ফলত নৰনাৰায়ণে সংস্কৃতত শ্লোক ৰচিব পাৰিছিল আৰু চিলাৰায়ে জয়দেৱৰ 'গীতগোবিন্দ'ৰ 'সাৰৱতী টীকা' ৰচনা কৰিব পাৰিছিল। তেওঁলোকে সাহিত্য আৰু সংস্কৃতিৰ পৃষ্ঠপোষকতাও কৰিছিল। বিশ্বসিংহৰ অপূৰণ হৈ ৰোৱা মনস্কামনা পূৰণ কৰিবৰ মানসেৰে ১৫৪৬ চনত চিলাৰায়ে এক বিশাল সৈন্যবাহিনী লৈ আহোম ৰাজ্যৰ অভিমুখে যাত্ৰা কৰিলে। কেইবাঠাইতো কেইবাখনো ৰণ হ'ল আৰু সকলোতে আহোমৰ পৰাজয় ঘটিল। পিছৰ বছৰ কোচসৈনাই নাৰায়ণপুৰলৈকে আগ বাঢ়ি গৈ কোঠ মাৰি ৰ'ল। তেতিয়া আহোম ৰজা চুক্লেংমুঙে (১৫৩৯-৫২) কোচসৈন্যৰ কোঠৰ পিছফালে এখন চাউনী পাতিলে। ফলত কোচসেনাই আত্মৰক্ষাৰ কাৰণেহে যুঁজিবলৈ বাধ্য হ'ল। কোচসৈন্য প্ৰায় সমূলি নিপাত হ'ল আৰু কোচ সেনাপতিজনেও কোনোমতে পলাই সাৰিলে।

সেই সন্ধিক্ষণতে শঙ্কৰদেৱ আৰু তেওঁৰ অনুগামীসকল তেতিয়া নৰনাৰায়ণৰ

অধীনত থকা কামৰূপলৈ পলাই আহিল। কোচ ৰজাজন আৰু তেওঁৰ সেনাপতিজন যে কিমান বিদ্বান আৰু উদাৰ্ সেই কথা জানিব পাৰি মহাপুৰুষজনাৰ মনত আগৰেপৰাই তেওঁলোকৰ প্ৰতি এটা প্ৰবল অনুৰাগ আছিলেই। এই কথাও সুবিদিত যে কামৰূপত থকা ভূঞাসকলৰ আগতে যদিও কোচৰজাৰে সৈতে শত্ৰুতাহে আছিল তথাপি ৰাজকোঁৱৰ দুজনৰ দিনত হ'লে কোচসকলৰ লগত শান্তি স্থাপন কৰি তেওঁলোকৰ সেনাবাহিনীত যোগ দি নাইবা অন্যভাবেই সহায় কৰি দিবলৈ সন্মত হ'ল। সেই ভূঞাসকলৰে গাভৰু খাঁ নামে এজনে কোচৰজাৰ সন্মতিক্ৰমে লগত তাকৰীয়া সেনাৰ দল এটা লৈ আহোমৰ সলাৰ পানীফাটলৈকে আগ বাঢ়ি আহিল। শঙ্কৰদেৱ আৰু আন ভূঞা আৰু বৈষ্ণৱসকলে এই বাতৰি পাই নিজৰ বয়বস্তু সকলোখিনিকে নাও কেইখনমানত ভৰাই ধুৱাহাট এৰিবলৈ লৰালৰি লগালে। এই ভাগি যোৱা লোকসকলক নিৰাপদে কোচৰাজ্যত সোমোৱালৈকে ৰখীয়া সেনাই আগবঢাই নিবৰ কাৰণে গাভৰু খাঁই ব্যৱস্থা কৰি দিলে। এই দলটোৱে অলপ দিনৰ কাৰণে কেইবাঠাইতো থাকি অৱশেষত বৰ্তমান বৰপেটাৰ চূণপোৰা নামে ঠাইত থিতাপি ল'লৈগে।

এই ঠাইতে গৈ শঙ্কৰদেৱে অধুনালভ্য নাটবিলাকৰ ভিতৰত প্ৰথম 'বিপ্ৰপত্নী-প্ৰসাদ'ৰ অভিনয় কৰালে। এই নাটত ধৰ্ম-কৰ্মৰূপে পশুবলিতকৈ ভক্তিক শ্ৰেয় বুলি দেখুৱা হৈছে আৰু এই নাটখনকে ধুৱাহাটৰ কৰ্মকাণ্ডীসকলৰ কটু সমালোচনাৰো এটা প্ৰত্যুত্তৰ বুলি ধাৰণা হয। সেই সময়ত ওচৰ-দূৰ সকলো ঠাইৰপৰাই তেওঁৰ ধৰ্ম ল'বলৈ দলে দলে মানুহ আহিবলৈ ধৰিলে। সেই সময়তে ভৱানন্দ নামে এজন বিচক্ষণ বুদ্ধিৰ চহকী সাউদক শিষ্যৰূপে লাভ কৰাটো এটা অতিশয় গুৰুত্বপূৰ্ণ কথা হ'ল। গুৰুজনাই তেওঁক নতুনকৈ নাৰায়ণ নাম দি ল'লে আৰু শেষলৈ তেৱেঁই ঠাকুৰ আতা বুলি জনাজাত হ'ল। তেওঁ বৰ প্ৰভাৱশালী লোক আছিল আৰু তেওঁৰ যোগেদিও বহুতো লোক শঙ্কৰদেৱৰ শিষ্য হ'ল।

মহাপুৰুষে আকৌ দুবাৰ থকা ঠাই সলাই অৱশেষত পাটবাউসীতে নিগাজীকৈ থাকিবলৈ ল'লে। গুৰুজনাই জীৱনৰ শেষৰ ওঠৰ কি কুৰি বছৰ এই ঠাইতেই বাস কৰিছিল কাৰণে আজিও এই ঠাই লোকে যথেষ্ট শ্ৰদ্ধাৰ চকুৰে চায। কোচ ৰাজ্যত তেওঁ তুলনামূলকভাবে যথেষ্ট শান্তিৰে জীৱন কটাব পাৰিছিল আৰু তাৰ ফলত নিজৰ জীৱনৰ উদ্দেশ্যক যথেষ্টভাৱে বাস্তৱত ৰূপ দিবৰ কাৰণে সুযোগ পাইছিল। তেওঁৰ বাকী চাৰিখন নাটক ('ৰুক্মিণীহৰণ', 'পাৰিজাতহৰণ', 'কালীযদমন' আৰু 'কেলিগোপাল'), 'ভাগৱতপুৰাণ'ৰ কেইবাটাও স্কন্ধ আৰু 'ৰামাযণ'ৰ উত্তৰা কাণ্ডৰ অসমীয়া ভাঙনিকে ধৰি তেওঁৰ প্ৰধান গ্ৰন্থসমূহৰ সৰহখিনিকে এই কালছোৱাৰ

ভিতৰতে ৰচনা কৰিছিল। তেওঁৰ আটাইতকৈ জনপ্ৰিয় পুথি 'কীৰ্তনঘোষা'খনো এই সময়তে লিখি শেষ কৰে। ইয়াতেই 'ভক্তি-ৰত্নাকৰ' নামে সংস্কৃত তত্ত্বমূলক গ্ৰন্থখনিও লিখি উলিয়ায়। এই সময়ছোৱাতে তেওঁৰ পন্থাত যোগ দিয়া নতুন শিষ্যসকলৰ ভিতৰত পিছলৈ দুটা বেলেগ পন্থাৰ প্ৰৱৰ্তকৰূপে ফুটি যোৱা দামোদৰদেৱ (১৪৮৮-১৫৯৮) আৰু হৰিদেৱ (১৪৯৩-১৫৬৮) আৰু সুকবি অনন্ত কন্দলিও আছিল। তেওঁলোক তিনিওজন ব্ৰাহ্মণ। এজন কছাৰী ৰজাকো শঙ্কৰদেৱে শৰণ দিয়াইছিল। পিছে দুৰ্ভাগ্যক্ৰমে তেওঁৰ নামটো চৰিতপুথিবিলাকত উল্লেখ কৰা নাই।

পাটবাউসীৰপৰাই ১৫৫০ চনত শঙ্কৰদেৱে দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ যায়। এই বাৰ অৱশ্যে তেওঁ পুৰীলৈকেহে গৈছিল। ইয়াৰ কিছুদিন আগতে কোচসেনাপতি চিলাৰায়ে ঘটনাক্ৰমে শঙ্কৰদেৱৰ ভতিজাক ৰামৰায়ৰ সুন্দৰী কন্যা কমলাপ্ৰিয়া বা ভুৱনেশ্বৰীক দেখা পাই গোৱালপাৰা জিলাৰ পশ্চিম সীমাত থকা ৰামৰায় কুঠি নামে ঠাইত বিয়া কৰাইছিল। মহাপুৰুষে লগত প্ৰায় ছকুৰি ভকত লৈ এদিন আঘোণমহীয়া ফৰকাল পুৱাত তীৰ্থলৈ বুলি ওলাই গ'ল আৰু ঘূৰি বহাগত ঘৰলৈ উভতি আহিল। কোনো কোনো চৰিতকাৰৰ মতে তেওঁ যাওঁতে বাটতে নবদ্বীপত অথবা পুৰীতে শ্ৰীচৈতন্যৰ সৈতে ভেটাভেটি হৈছিল। কিন্তু এইটো ধৰ্মপ্ৰাণ লোকৰ মনে পতা ঘটনা যেনহে লাগে। কোনো প্ৰাচীন লেখকে আকৌ ৰামানন্দ (যি ৰামানন্দ ইয়াৰ আগতেই ১৪২১ চনতে ঢুকাইছিল), হৰিব্যাস (নিজৰ ধৰ্মসম্প্ৰদায়ৰ কাৰণে সংকীৰ্তনৰ দৰে পদ্য ৰচোঁতা, চৈতন্য আৰু বল্লভৰ সমসাময়িক। নিম্বাৰ্ক সন্ন্যাসীসকলৰ মুখিয়াল হৰিব্যাস মুনিকেই বোধহয় বুজাব খুজিছে) আৰু আনকি কোনো কোনো পৌৰাণিক চৰিত্ৰৰে সৈতেও শঙ্কৰদেৱৰ ভেটাভেটি হৈছিল বুলি দেখুৱাবলৈ চেষ্টা কৰে। কোনো কোনো চৰিতকাৰৰ মতে গয়াইদি পুৰীলৈ যাওঁতে বাটতে কবীৰৰ মঠত সোমাই গৈছিল আৰু তাতে কবীৰৰ জীয়েকৰ জীয়েকক লগ পাইছিল। লোঈ নামৰ তিৰোতা এগৰাকীৰ ফালৰপৰা কবীৰৰ কমালি নামৰ ছোৱালী এগৰাকী জন্ম হোৱাৰ বিষয়ে বেলেগ বেলেগ ধৰণৰ কিংবদন্তি চলি আহিছে কিন্তু কমালিৰ কিবা সন্তান-সন্ততি হৈছিল নে নাই সেই বিষয়ে লোকপৰম্পৰা সম্পূৰ্ণ নিমাত। অসমীয়া চৰিত ৰচোঁতাসকলৰ মতে শঙ্কৰদেৱে উত্তৰ ভাৰতৰ এই ৰহস্যবাদী কবিজনক এজন কেৱল ভক্ত বুলি মানি লৈছিল। অৰ্থাৎ মুছলমানৰ ঘৰতে জন্ম লৈ মুছলমানৰ ঘৰতে ডাঙৰ দীঘল হোৱা সত্ত্বেও তেওঁ আছিল সম্পূৰ্ণভাৱে একশৰণীয়া। কবীৰ এজন ভক্ত আছিল কিন্তু তেওঁৰ ওপৰত চুফী দৰ্শন আৰু অদ্বৈত বেদান্তৰ প্ৰভাৱ পৰিছিল। তেওঁ নিৰাকাৰ ব্ৰহ্মৰহে অনুভূতি পাবলৈ প্ৰয়াস কৰিছিল। শঙ্কৰদেৱৰ ৰচনাতো যে অদ্বৈতবাদৰ ভাব ফুটি ওলাইছিল সেই বিষয়ে কোনো সন্দেহ নাই। অদ্বৈতবাদকে সামান্যভাৱে সলনি

কৰি লৈ তাৰে সৈতে গভীৰ ভক্তিৰ অনুভূতিৰ সমন্বয় ঘটাইছিল। কবীৰক যি দৰে নিগুৰা (গুৰু নোহোৱা) বুলি কোৱা হয় সেই দৰেই অসমৰ এই মহাপুৰুষজনৰো কোনো ধৰ্মগুৰু নাছিল। কবীৰে হিন্দু আৰু মুছলমানসকলৰ ভিতৰত থকা বিৰোধ দূৰ কৰিবলৈ বিচাৰিছিল। শঙ্কৰদেৱে অৱশ্যে জাতিভেদ প্ৰথা নিৰ্মূল কৰিবলৈ বিচৰা নাছিল, কিন্তু সকলো জাতিৰে শিষ্য লৈছিল আৰু তেওঁৰ শিষ্যসকলৰ ভিতৰত পৰ্বতীয়া জাতিৰ লোকে আছিল আৰু চাঁদসাই নামে এজন মুছলমান দৰ্জীও আছিল। চাঁদসাই ভক্তিৰ সাধনমাৰ্গত যথেষ্ট উচ্চস্তৰ পাইছিলগৈ বুলি মানি লোৱা হৈছিল।

পুৰীৰপৰা ঘূৰি আহি শঙ্কৰদেৱে আকৌ নিয়মিতভাবে নাম-প্ৰসঙ্গ, শৰণ-ভজন আৰু পুথি লিখাৰ কামত মন দিলে। তেওঁৰ এই ধাৰণা হৈছিল যে নৰনাৰায়ণ ৰজা আৰু চিলাৰায় দেৱানৰ বিদ্যোৎসাহী স্বভাবৰ ফলত তেওঁ শান্তিৰে কাম কৰিবলৈ সুচল পাব। এই সময়ত শঙ্কৰদেৱৰ বৈষ্ণৱ আন্দোলন সগৌৰৱে চলিবলৈ ধৰিলে আৰু তেওঁৰ ধৰ্মসম্প্ৰদায়েও সম্পূৰ্ণ বিস্তৃতি লাভ কৰিলে। কিন্তু এই নতুন ধৰ্মসম্প্ৰদায়ৰ জনপ্ৰিয়তা বাঢ়ি যোৱাৰ লগে লগে তাৰ প্ৰতি আকৌ নতুনকৈ বিদ্বেষ হ'বলৈ ধৰিলে। পুৰোহিত সম্প্ৰদায়ৰ যিসকলে শঙ্কৰদেৱে প্ৰচাৰ কৰা মতবিলাক সহ্য কৰিবলৈ টান পালে তেওঁলোকে নতুন সম্প্ৰদায়ে পুৰণি নীতিৰ যি বিৰোধিতা কৰিছে সেই বিষয়ে নানন কটুক্তি কৰিবলৈ ধৰিলে আৰু শঙ্কৰদেৱৰ ক্ৰিয়া-কলাপৰ বিষয়ে সজ ৰজা নৰনাৰায়ণৰ কাণত সাতখন আঠখন কৰি লগাবলৈ ধৰিলে। এনে টুটকীয়া কথা শুনি ৰজা খঙত টিঙিৰিতুলা হৈ পৰিল। এই ধৰ্মবিপ্লৱীজনক বন্দী কৰি আনিবৰ কাৰণে এদল গৰমালিক পাটবাউসীলৈ পঠালে। সিংহাসনৰ কাজ কৰা গাৰুত চাপৰ মাৰি ৰজাই ক'লে– "মই শঙ্কৰক বধিম ; ছালেৰে দামা ছাম, হাড়েৰে বাম শঙ্কৰৰ।" মহাপুৰুষে ৰজাৰ এই দুৰভিসন্ধিৰ কথা গম পাই গৰমালি কেইজন আহি পাটবাউসী পোৱাৰ আগতেই ঘৰৰপৰা ওলাই গ'ল। নাৰায়ণ ঠাকুৰ আৰু গকুল চান্দ নামে তেওঁৰ শিষ্য দুজনকে ধৰি আনি ৰাজধানী পোৱালেহি আৰু শঙ্কৰদেৱ নো ক'ত লুকাই আছে সেই কথা উলিয়াবৰ কাৰণে আৰু শঙ্কৰদেৱ যে সমাজ-বিৰোধী কামত লিপ্ত আছে সেই কথাৰ সৈ লোৱাবৰ কাৰণে তেওঁলোকক নানা ধৰণৰ কঠোৰ শাস্তি বিহিলে। কিন্তু সেই বৈষ্ণৱ দুজনে হ'লে তেওঁলোকৰ গুৰুজনা নো ক'ত লুকাই আছে সেই বিষয়ে, অথবা গুৰুৱে কিবা বেয়া কাম কৰিছে, সেই বুলি মাত এটাকে নামাতিলে। এই দোষতে তেওঁলোক দুজনক ভোটৰ লগত যোঁৱাবে সলালে। কিন্তু ভোট কেইজনেও এই মানুহ দুজনৰ সাধুতা দেখি মুগ্ধ হৈ তেওঁলোকক এৰি দিলে। ৰজাৰ বিজন গৰমালিৰ তত্ত্বাৱধানত দোষী সাব্যস্ত হোৱা এই বৈষ্ণৱ দুজন আছিল তেৰোঁ পাঁচ কুৰি টকা দণ্ড দি ৰজাৰ দায় ভাঙিলে আৰু নিজেও বৈষ্ণৱধৰ্মত শৰণ ল'লেহি।

তাৰ পিছত শঙ্কৰদেৱৰ গোপন ঠাইৰপৰা ওলাই আহি আকৌ আৱৈমাহমানৰ কাৰণে সদৰিকৈ ওলাই ফুৰিছিল। তেনেতে আনৰ প্ৰৰোচনাতে ৰজাই আকৌ তেওঁক ধৰি নিবলৈ মানুহ পঠালে। তেতিয়া ৰাজগুৰু কণ্ঠভূষণে আৰু চিলাৰায়ৰ দপ্তৰত থকা শঙ্কৰদেৱৰ পুতেক ৰামানন্দই দেৱানক এই বিষয়ে ভু-ভা দিছিল আৰু দেৱানেও লগে লগে নিজৰ মানুহ পঠিয়াই গুৰুজনাক নাৱেৰে পাটবাউসীৰপৰা ফুলবাৰীৰ নিজৰ বহালৈ নিয়াইছিল।

গুৰুজনাক তেওঁৰ হাতত শোধাই দিবৰ কাৰণে নৰনাৰায়ণে ভায়েকক নিৰ্দেশ দিলে আৰু এই বুলি কথা দিলে যে ভাল দৰে বিচাৰ নকৰাকৈ এই ভকতজনৰ তেওঁ একো অপকাৰ নকৰে। এই কথাতে শঙ্কৰদেৱেও কেৱল এজন হাত ধৰা লোকৰে সৈতে কোচ ৰাজসভাত উপস্থিত হ'লগৈ আৰু চিলাৰায়েও এই ঐতিহাসিক যোগাযোগটোৰ বিষয়ে ঘোঁৰাৰ ডাকোৱাল নিয়োগ কৰি দাঁড়ৰ বাতৰি দাঁড়ে লৈ থাকিবলৈ ধৰিলে। শঙ্কৰদেৱেও ৰজাৰ দৰবাৰৰ সাত খলপাৰ ওপৰলৈ এখলপা এখলপাকৈ উঠি যাওঁতে তোটয় ছন্দত নিজে ৰচনা কৰা "মধু দানৱ দাৰণ দেৱ ৱৰম্" বোলা প্ৰসিদ্ধ গীতটি গাই যাবলৈ ধৰিলে। তেওঁ এনে গাম্ভীৰ্যপূৰ্ণভাৱে উপস্থিত হোৱাৰ ফলত তাত এনে এটি আলোড়নৰ সৃষ্টি হ'ল যে ৰজাৰ দপ্তৰত দলিচা বা কম্বলত বহাৰ ক্ষমতা কাৰো নাছিল যদিও এই বৈষ্ণৱজনক নিজৰ সম্মুখতে এখন সুখাসনত ৰজাই বহুৱালে। আন কোনো বাদ-বিসম্বাদ হোৱাৰ আগতেই মহাপুৰুষে "নাৰায়ণ কাহে ভকতি কৰু তেৰা" বৰগীতটি গাই সাক্ষাৎ নাৰায়ণস্বৰূপ সকলো প্ৰাণীৰ প্ৰতি ভগৱানৰ কৃপা প্ৰাৰ্থনা কৰাৰ পিছত ৰজাৰ বীৰত্ব বৰ্ণাই এটি প্ৰশস্তি গালে। ৰজাই নিজেও আঠৌটা মূল সংস্কৃত শ্লোকৰ ওপৰত টীকা ৰচনা কৰিছিল। তাকে গুৰুজনাক আনি দেখুৱালত তাৰ এনে গভীৰ পাৰমাৰ্থিক ব্যাখ্যা দিলে যে তেওঁৰ জ্ঞানৰ গভীৰতা আৰু বিশালতা দেখি সকলো সভাসদ অত্যন্ত মুগ্ধ হ'ল। গুৰুজনাৰ অসাধাৰণ ব্যক্তিত্ব দেখি নৰনাৰায়ণো ইমান অভিভূত হ'ল যে আগতে তেওঁৰ প্ৰতি কৰা কঠোৰ ব্যৱহাৰৰ বাবে ক্ষমা বিচাৰিলে। এই ধাৰ্মিক অতিথিজনৰ হকে ৰজাইনো কি কৰিব পাৰে তাকে জানিবলৈ বিচাৰিলে। শঙ্কৰদেৱে ইয়াকে জনালে যে আন পক্ষই অনা অভিযোগবিলাকৰ এটা প্ৰত্যুত্তৰ দিবৰ কাৰণে তেওঁ এটা সুবিধা বিচাৰে। তেতিয়া ৰজাই এই প্ৰস্তাৱ কৰিলে যে মহাপুৰুষজন নিতৌ পুৱা ৰাজচ'ৰালৈ যাব আৰু তাতে প্ৰবীণ ব্ৰাহ্মণ পণ্ডিতসকলে দিয়া যুক্তি খণ্ডন কৰিবগৈ আৰু পিছ বেলাহে চিলাৰায়ৰ চ'ৰালৈ যাব। শঙ্কৰদেৱো এই প্ৰস্তাৱত মান্তি হ'ল আৰু প্ৰত্যেক পুৱাতে প্ৰতিপক্ষৰ বিৰুদ্ধে জয় লাভ কৰিবলৈ ধৰিলে। তেওঁ ৰাজ চ'ৰাত গোৱা নতুন নতুন গীতবিলাকে ৰজা আৰু বিষয়াসকলক এনে দৰে মুগ্ধ কৰিলে যে তেওঁলোকে প্ৰত্যেক দিনেই তেওঁ

সুৱদি কণ্ঠেৰে গোৱা গীত শুনিবৰ আগ্ৰহেৰে বাট চাই থকা হ'ল। এই দৰেই মহাপুৰুষজনাৰ জ্ঞানৰ গভীৰতা আৰু ধৰ্মবিশ্বাসৰ শ্ৰেষ্ঠতাৰ বিষয়ে নৰনাৰায়ণ ৰজাৰ দৃঢ় প্ৰত্যয় জন্মিল আৰু চিৰকালৰ কাৰণে গুৰুজনা তেওঁৰ পৰম বন্ধু হৈ পৰিল। অনিচ্ছাসত্ত্বেও গুৰুজনাই নিতৌ ৰজাঘৰৰ পৰা একোটা শকত ভেটী নিজৰ বহালৈ লৈ যাব লগাত পৰিল। পুৰোহিতবৰ্গ এইদৰে সম্পূৰ্ণৰূপে পৰাভূত হোৱাৰ পিছত তেওঁলোকৰ যাতে জীৱিকাৰ পথ সমূলি বন্ধ কৰি নিদিয়ে তাৰ কাৰণে শঙ্কৰদেৱৰ ওচৰত খাটনি ধৰিলে। শঙ্কৰদেৱে তেতিয়া এই কথা ন দি ক'লে যে তেওঁ ব্ৰাহ্মণসকলৰ শত্ৰু নহয়। কিন্তু এই কথাও তেওঁ সকিয়াই দিলে যে যদি কোনোবাই তেওঁৰ বিৰুদ্ধাচৰণ কৰে তেনেহ'লে তাৰ প্ৰত্যুত্তৰ দিয়াটো তেওঁৰ কাৰণে প্ৰয়োজনীয়। যি কি নহওক, বিৰোধী পণ্ডিতসকলে সিমানতো বৈষ্ণৱসকলক অত্যাচাৰ কৰিবলৈ এৰি নিদিলে। কিন্তু ৰজা আৰু দেৱান দুযোজনৰে বন্ধুত্ব আৰু পৃষ্ঠপোষকতা লাভ কৰি শঙ্কৰদেৱ আৰু তেওঁৰ অনুগামীসকলে সম্পূৰ্ণ নিৰাপদভাৱে ফুৰাচকা কৰিব পৰা হ'ল। লগতে নব্যবৈষ্ণৱ সম্প্ৰদায়ে কোচবেহাৰ আৰু কামৰূপ জুৰি পূৰ্ণ উদ্যমেৰে প্ৰসাৰ লাভ কৰিলে।

ৰজা আৰু ধৰ্মগুৰুজনাৰ ভিতৰত এই মিত্ৰতাৰ বন্ধন সংঘটিত হোৱাৰ পিছৰপৰাই গুৰুজনাই ৰাজধানী কোচবেহাৰ আৰু বৈষ্ণৱ আন্দোলনৰ কেন্দ্ৰস্থল পাটবাউসীৰ মাজত কেইবাবাৰো অহা যোৱা কৰিবলগীয়া হৈছিল। ৰাজধানীত থকা কালছোৱাৰ দিনৰ বেলাটো নৰনাৰায়ণৰ চ'ৰাত তেওঁ কটাইছিল। চিলাৰায়ে অৱশ্যে ৰাজধানীৰ ওচৰতে সৰুকৈ সত্ৰ এখনো পাতি দিছিল। পিছলৈ সেইখনেই ভেলা বা ভেলাডঙ্গা সত্ৰ বুলি জনাজাত হ'ল। কেতিয়াবাই এশ বছৰৰ দেওনা চেৰাই আহি গুৰুজনা তেতিয়ালৈকে যথেষ্ট বুঢ়া হৈছিল। বৃদ্ধ হোৱা হেতুকে চিলাৰায়ে যেতিয়া 'জন্মপুৰাণ' নামে সংস্কৃতপুথিখন অসমীয়ালৈ ভাঙিবলৈ শঙ্কৰদেৱক অনুৰোধ কৰিলে, তেতিয়া তেওঁ সুযোগ্য শিষ্য মাধৱদেৱৰদ্বাৰাই হে চমুকৈ তাৰ পদ কৰালে। চিলাৰায়ৰ অনুৰোধক্ৰমেই গুৰুজনাই এই সময়তে বৰ্তমান বৰপেটাৰ তাঁতিকুচিৰ তাঁতিবিলাকৰ হতুৱাই আশী হাত দীঘল এখন কাপোৰ বোৱাই কংসবধলৈকে কৃষ্ণৰ আদ্যলীলাৰ সকলোবিলাক লীলাৰ ছবিৰে ফুল তোলাইছিল। এই ফুলবচা কাপোৰখনেই বৃন্দাবনীবস্ত্ৰ নামে জনাজাত। ৰজাৰ সভাতে এদিনাখন আন তিনিকুৰি পণ্ডিতেৰে সৈতে নদীয়াৰ শান্তিপুৰৰপৰা অহা কৱিচন্দ্ৰ দ্বিজ নামেৰে পণ্ডিত এজনেৰে সৈতে শঙ্কৰদেৱৰ তৰ্ক হয়। পণ্ডিতজনে এই বুলি তৰ্ক আৰম্ভিলে যে অব্ৰাহ্মণ হৈ শঙ্কৰদেৱে 'ভাগৱতপুৰাণ' স্পৰ্শ কৰাটো অনুচিত হৈছে। এই তৰ্কতো শঙ্কৰদেৱৰে জয় হ'ল। পাটবাউসীত থকা কালতে শঙ্কৰদেৱে 'কংসবধ' নামে এখন নাটক ৰচনা কৰিছিল বুলি

শুনা যায়। কিন্তু এতিয়া সেই নাটকখনৰ কেৱল গীতবিলাকহে পোৱা গৈছে।

১৪৮৯ শক ফাল্গুন মাহত শঙ্কৰদেৱে পাটবাউসীৰপৰা কোচবেহাৰলৈ শেষযাত্ৰা কৰে। বাটতে গণককুচিত থকা মাধৱদেৱৰ সত্ৰত এৰাতি থাকি যায়। সেই দিনাই তেওঁৰ আটাইতকৈ প্ৰিয় শিষ্যজনেৰে সৈতে হৃদয় ভাণ্ডাৰ খুলি কথা-বতৰা হয়। তেওঁ জ্বলাই যোৱা বন্তিগছি উজ্জ্বলাই ৰাখিবলৈ কয়। শিষ্যক এই বুলি কথাও দিলে যে মাধৱক তেওঁ কেতিয়াও নেৰে। তেওঁৰ 'দশম কীৰ্তন'তে তেওঁক পোৱা যাব। পিছদিনা পুৱাই তেওঁৰ প্ৰিয় শ্যিসকলৰপৰা বিদায় লৈ ব্ৰহ্মপুত্ৰৰে ভটীয়াই যায়গৈ।

ভেলাডঙা পোৱাৰ পিছত শঙ্কৰদেৱ তাত ছমাহ আছিল। এই কালছোৱাত তেওঁ পুৱা বেলাটো নৰনাৰায়ণৰ তাত আৰু পিছ বেলাটো চিলাৰায়ৰ তাত কটাইছিল। তেওঁ এই সময়ত অত্যন্ত জৰাগ্ৰস্ত হৈ পৰিছিল, কিন্তু তথাপি এই সময়তে তেওঁৰ শেহতীয়া গ্ৰন্থ 'ৰামবিজয়' নাটখনি লিখি থৈ যায়। চিলাৰায়ৰ অনুৰোধক্ৰমেই এই নাটখনি ৰচনা কৰি চিলাৰায়ৰ নটুৱাসকলৰেই তাৰ অভিনয় কৰায়। নাটখনি ১৪৯০ শকত ৰচিত বুলি উল্লেখ কৰা হৈছে। সেইটোৱেই গুৰুজনাৰ জীৱনত শেষ বছৰ আৰু নাটত নৃপতিপ্ৰধান আখ্যাৰে চিলাৰায় দেৱানৰো তাত উল্লেখ কৰিছে।

গুৰুজনাৰ জীৱন নাটৰ প্ৰায় সামৰণি পৰি আহিছিল। তেওঁৰ তিনিজন পুত্ৰৰ দ্বিতীয় জন, কমললোচন ইতিমধ্যেই ঢুকাইছিল। প্ৰথম পুত্ৰ ৰামানন্দই তেতিয়াও কোচবেহাৰত চিলাৰায়ৰ দপ্তৰত কাম কৰিছিল আৰু আটাইতকৈ নুমলীয়া আৰু বুদ্ধিতো কেঁচা হৰিচৰণ মাক কালিন্দীৰ লগতে আছিল। কিন্তু গুৰুজনাই মাধৱদেৱকহে তেওঁৰ ধৰ্মপন্থত তেওঁৰ উত্তৰাধিকাৰী বুলি লৈছিল আৰু সেই অভিপ্ৰায় ইতিমধ্যে স্পষ্টভাৱে প্ৰকাশ কৰিছিল। কোনো কোনোৰ মতে ইয়াৰ মাজতে নৰনাৰায়ণে ভক্তিধৰ্মত শৰণ দিবলৈ শঙ্কৰদেৱক অনুৰোধ কৰিছিল। কিন্তু শঙ্কৰদেৱ সন্মত নহ'ল। কিয়নো, ৰজা আৰু কৰ্মকাণ্ডী ব্ৰাহ্মণক শৰণ নিদিবলৈ তেওঁ দৃঢ়সংকল্প কৰিছিল ; কাৰণ তেওঁ জানিছিল তেওঁলোকে অব্যভিচাৰী এক শৰণ ধৰ্মত কোঢ়ামুঠীয়াকৈ ধৰি চলিব নোৱাৰিব। ৰজায়ো শৰণ দিবলৈ বৰকৈ ধৰাটোৱেই গুৰুজনাৰ মৃত্যু কাষ চাপি অহাৰ কাৰণে দায়ী বুলি কোনোৱে ভাবে। যি কি নহওক, শঙ্কৰদেৱৰ মৃত্যু প্ৰায় আচম্বিতেই কাষ চাপিল। তেওঁৰ সুদীৰ্ঘ বৈচিত্ৰ্যময় জীৱনৰ ওৰ পৰিল ১৪৯০ শকৰ ভাদৰ ৭ কি ২১ তাৰিখ বৃহস্পতিবাৰে (১৫৬৯ খ্ৰীষ্টাব্দৰ চেপ্টেম্বৰ মাহত)। টোৰোচা নৈৰ পাৰত তেওঁৰ নশ্বৰ দেহাৰ সৎকাৰ কৰা হয়। চন্দন কাঠ, ঘিউ আৰু সৎকাৰৰ কাৰণে প্ৰয়োজনীয় আন আন দ্ৰব্য ৰজাৰ ঘৰৰপৰাই আহিছিল।

৩

# শঙ্কৰদেৱৰ বৈষ্ণৱ-সম্প্ৰদায়ৰ বিৱৰণ

তেওঁ প্ৰতিষ্ঠা কৰা বৈষ্ণৱ-সম্প্ৰদায়ৰ গুৰি ধৰিবৰ কাৰণে শঙ্কৰদেৱে মাধৱদেৱকেই উত্তৰাধিকাৰী মনোনীত কৰি থৈ গৈছিল। মাধৱদেৱেও বৰপেটাৰ সুন্দৰীদিয়াত সত্ৰ পাতিলে। তাতে আন আন পুথিৰ লগতে তেওঁ প্ৰধান গ্ৰন্থ 'নামঘোষা'খন ৰচনা কৰিলে। মাজে সময়ে তেওঁ সত্ৰৰ বাহিৰ ওলাই কাষৰে-পাঁজৰে থকা ঠাইবোৰ ফুৰিবলৈ গৈছিল। এই দৰেই গৈ বৰপেটাত নাটক অভিনয় কৰিবৰ কাৰণে নাম-ঘৰ এটি সজাইছিল। সেয়ে পিছলৈ বৰপেটা সত্ৰ হ'লগৈ। ইতিমধ্যে শুক্লধ্বজৰ পুত্ৰ ৰঘুদেৱ নাৰায়ণে (১৫৮১-১৬০৩) প্ৰথমে বৰ পিতাক নৰনাৰায়ণৰ লগত কাজিয়া কৰি পিছত পিতাক ঢুকালত নিজেই নিজকে কামৰূপৰ (অৰ্থাৎ বিশ্বসিংহ, নৰনাৰায়ণ আৰু চিলাৰায়ে পাতি থৈ যোৱা কোচৰাজ্যত পূব অংশৰ) একচ্ছত্ৰী ৰজা বুলি ঘোষণা কৰিলে। বিৰোধী লোকসকলে মাধৱদেৱৰ বিৰুদ্ধেও ব্যভিচাৰী ধৰ্ম প্ৰচাৰ কৰি ফুৰিছে বুলি ৰঘুদেৱ নাৰায়ণক টুটকীয়া কথা লগালেগৈ। তেতিয়া ৰজাৰ এদল চিপাহীয়ে বৰপেটা সত্ৰ আক্ৰমণ কৰিলেগৈ, তাত থুপ খাই থকা বৈষ্ণৱসকলৰ লামলাকটু যি পালে কাঢ়ি ল'লে আৰু আন কেইজনমান উদাসীন ভকতেৰে সৈতে মাধৱদেৱক ধৰি নাৱেৰে আনি ৰাজধানী বিজয়পুৰ পোৱালেহি। কিন্তু মুকলি সভাত মহাপুৰুষজনাৰ বিচাৰ আৰম্ভ কৰাৰ আগতেই বিৰোধী পণ্ডিতসকলে তেওঁলোকৰ গোচৰ উঠাই ল'লে, মাধৱদেৱকো সসন্মানে মুক্তি দিলে আৰু ভকতসকলৰ যি বয়-বস্তু কাঢ়ি আনিছিল সেইখিনি ঘূৰাই দিলে। যি কি নহওক, তাৰ অলপ দিনৰ পিছতে মইমতীয়া ৰজাজনে আকৌ এখন পৰোৱানা দি মাধৱদেৱক জনালে যে তেওঁ যিমান সোনকালে পাৰে বৰপেটা এৰি হাজোত গৈ হয়গ্ৰীৱ-মাধৱৰ মন্দিৰত থাকিবগৈ লাগে। কিন্তু তাতো মন্দিৰৰ মাধৱতকৈ বৈষ্ণৱ মাধৱৰ প্ৰতি হে অধিক পৰিমাণে লোক আকৃষ্ট হ'বলৈ ধৰিলে। মাধৱে ইয়াতো আকৌ নতুনকৈ আলৈ-আহুকালে দেখা দিব বুলি শঙ্কা কৰি থিতাতে ৰঘুদেৱৰ ৰাজ্যকে এৰিবলৈ থিৰাং কৰিলে। সেই মতেই তেতিয়া নৰনাৰায়ণৰ পুত্ৰ লক্ষ্মীনাৰায়ণৰ (১৫৮৭-১৬২৭) শাসনত থকা কোচবেহাৰ ৰাজ্যলৈ গুচি গ'ল। তাতো অৱশ্যে তেওঁ শান্তিত কাল কটাব নোৱাৰিলে, কিয়নো শঙ্কৰদেৱৰ ধৰ্মটো মানি ল'বলৈ বহুতো লোকে টান পাইছিল। বিশেষকৈ এজন ৰাজবিষয়া কাজীৰ তেওঁ অপ্ৰীতিভাজন হৈছিল এই কাৰণেই যে

অবৈষ্ণৱ লোকেৰে সৈতে একেলগে ভোজন কৰিবৰ কাৰণে বৈষ্ণৱসকল সম্মত নাছিল। ৰাজসভাত এইবিলাক কথা লৈ মাধৱদেৱ তৰ্ক-যুদ্ধৰ সম্মুখীন হ'বলগীয়াও হৈছিল ; এই শঙ্কটতো তেওঁ গভীৰ পাণ্ডিত্যই সহায় হ'ল। ৰজা লক্ষ্মীনাৰায়ণে ৰাজধানীত থকা সত্ৰ দুখনেৰে সৈতে নতুন ধৰ্মটোক ৰাজধৰ্ম বুলি ঘোষণা কৰিলে। গুৰুজনাৰ দৰে এই মহাপুৰষজনো ১৫৯৬ চনত কোচবেহাৰাতে বৈকুণ্ঠী হ'ল।

শঙ্কৰদেৱে তেওঁৰ ব্ৰাহ্মণ অনুগামী দামোদৰদেৱক নতুন শিষ্যাক শৰণ দিবৰ কাৰণে আজ্ঞা দি গৈছিল ; কিয়নো, বিশেষকৈ ব্ৰাহ্মণ শিষ্যসকলক শৰণ দিবৰ কাৰণেই এই ব্যৱস্থাৰ প্ৰয়োজন হৈছিল। কিন্তু গুৰুজনা বৈকুণ্ঠী হোৱাৰ থিক পিছতেই বৈষ্ণৱ সম্প্ৰদায়ৰ ভিতৰত ভাঙন ধৰিলে আৰু দামোদৰদেৱে মূল-সংহতিৰপৰা ফাটি গৈ এটা সুকীয়া পন্থাৰ প্ৰবৰ্তন কৰিলে। কামৰূপৰ পৰীক্ষিৎনাৰায়ণকো (১৬০৩-১৬১৬) লোকে এই বুলি লগালেগৈ যে এই ব্ৰাহ্মণজনে এজন শূদ্ৰৰপৰা ধৰ্ম লৈ সকলো দেৱ-দেৱীৰ পূজাৰ বিৰুদ্ধে চিঞৰি ফুৰি দেশত ব্যভিচাৰৰ সৃষ্টি কৰিছে। ৰজাই এই মহাপুৰুষজনকো দেশৰপৰা বাহিৰ হৈ যাবলৈ আদেশ কৰিলে। এইজনায়ো কোচবেহাৰৰ ৰাজধানীলৈ গৈ বৈকুণ্ঠপুৰত সত্ৰ পাতি তাতে থিতাপি ল'লৈগে। এটা কথা মন কৰিব লগীয়া, অসমৰ প্ৰথম তিনিওজন বৈষ্ণৱ আচাৰ্যই কোচবেহাৰতে বৈকুণ্ঠ প্ৰয়াণ কৰিছিল। কিন্তু ৰাজনৈতিক ইতিহাসৰ যুক্তিবলত সেই কোচবেহাৰখনেই আজি অসমৰাজ্যৰ ভিতৰত নাই।

দামোদৰদেৱৰ দৰে মূল-সংহতিৰপৰা ফাটি যোৱা আন এজন ব্ৰাহ্মণ বৈষ্ণৱ হ'ল হৰিদেৱ। তেওঁৰ ঠালৰ অৱশ্যে কেইখনমানহে সত্ৰ কামৰূপ জিলাৰ ভিতৰতে সোমাই আছে। শঙ্কৰদেৱৰ কুলপুৰোহিত আৰু বন্ধু ৰামৰাম ওৰেটো জীৱন ধৰি শঙ্কৰদেৱৰ লগে লগেই আছিল। ৰামৰামৰ বংশ-পৰিয়ালৰ লোকসকল সদায়েই মূল-পন্থৰ ফলীয়া আছিল। তেওঁলোকৰ পৰিয়ালৰপৰাই পাটবাউসী আৰু বৰপেটা সত্ৰৰ অধিকাৰ দুজন যোগাই আহিছে। মাধৱদেৱেও বৈষ্ণৱ-ধৰ্মৰ প্ৰচাৰৰ অৰ্থে বহুতো সাধুলোকক বাব দি পঠাইছিল। তাৰে ভিতৰত প্ৰধান আছিল ভৱানীপুৰীয়া গোপালদেৱ, পদ্ম আতা আৰু বংশীগোপাল নামেৰেহে অধিক জনাজাত দ্বিতীয় এজন গোপালদেৱ। বংশীগোপালদেৱক ভাৰ দিয়াত দামোদৰদেৱৰো সমৰ্থন আছিল। এই তিনিজন প্ৰধান প্ৰচাৰক আৰু তেওঁলোকৰ প্ৰতিনিধিসকলে ঘাইকৈ অসম অৰ্থাৎ আহোমৰাজ্যৰ ভিতৰতে সত্ৰবিলাক পাতিছিল। তেওঁলোকে পতা সত্ৰবিলাকৰ ভিতৰত অনেক সত্ৰ বৰ চহকী আৰু প্ৰত্যেকখনৰ শিষ্যৰ সংখ্যাও বেচি। মাধৱদেৱৰ ভনীয়েকৰ পুত্ৰ ৰামচৰণ আৰু মথুৰাদাসৰ হাতত ক্ৰমে মহাপুৰুষজনে পাতি থৈ যোৱা সুন্দৰীদিয়া আৰু বৰপেটা সত্ৰৰ ভাৰ দিয়া হয়। শঙ্কৰদেৱৰ তিনিজন পুত্ৰ কম বয়সতে ঢুকায়।

তেওঁৰ নাতি পুৰুষোত্তম আৰু চতুৰ্ভুজ আৰু চতুৰ্ভুজৰ পত্নী কনকলতাই বিভিন্ন ঠাইলৈ আজ্ঞাপৰ লোক পঠিয়াই সত্ৰ পাতিছিল। এই সত্ৰ কেইখনে নিজেই এটা স্বতন্ত্ৰ ধৰ্ম-পন্থৰ নিচিনাকৈ গঢ লৈছিল আৰু ঘাইকৈ মহাপুৰুষৰ জন্মস্থান বৰদোৱাৰ সত্ৰখনিৰ আজ্ঞাপৰ আছিল। দামোদৰদেৱেও কামৰূপত থকা সত্ৰ তিনিখনত তিনিজন নিজৰ আজ্ঞাপৰ মহন্তক থাপিলে। তেওঁৰে বৈকুণ্ঠপুৰ সত্ৰত থকা বনমালীদেৱ নামে এজন উদাসীন ব্ৰাহ্মণ গুৰুৱে উজনীলৈ গৈ আহোম ৰজাৰ পৃষ্ঠপোষকতাত দক্ষিণপাট নামে এখন প্ৰভাৱশালী সত্ৰ প্ৰতিষ্ঠা কৰিলে। দুই এখন সত্ৰ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ লগত পোনপটীয়া সম্পৰ্ক থকা লোকসকলে প্ৰতিষ্ঠা কৰিছিল। পূৰ্বতে উল্লেখ কৰা গুৰুসকলে প্ৰতিষ্ঠা কৰা আন সত্ৰবিলাকৰে কোনো কোনো খনৰপৰা ভালেমান সৰু সৰু সত্ৰৰ উদ্ভৱ হৈছে। এই দৰেই পূৰভাৰতৰ অসমীয়াভাষী ৰাজ্য কেইখনক অৰ্থাৎ অসম, কামৰূপ আৰু কোচবেহাৰক সপ্তদশ শতিকাৰ শেষভাগ আৰু অষ্টাদশ শতিকাৰ প্ৰথম ভাঁগৰ ভিতৰত বৈষ্ণৱ সত্ৰসমূহৰ শাখা-প্ৰশাখাই ছানি পেলালে। সেই অঞ্চলৰ প্ৰায সকলো হিন্দু প্ৰজা কোনো নহয কোনো এখন সত্ৰৰ শিষ্য হ'ল। বৈষ্ণৱ-সম্প্ৰদাযৰ অনুগামী কোনো কোনো লোক পিছলৈ মূল-সম্প্ৰদাযৰ মতৰপৰা ভালেখিনি ফালৰি কাটি গৈছিল অথবা গুৰুসকলে পৰিত্যাগ কৰা নানান বিৰোধী ৰীতি-নীতি তেওঁলোকে পুনৰ সাৱটি লৈছিল। কোনো কোনোৱে আকৌ নতুন ধৰ্মৰ মতবিলাক পালন কৰাৰ বিষয়তে যথেষ্ট উগ্ৰ মনোভাৱ ব্যক্ত কৰিছিল। ভৱানীপুৰীয়া গোপালদেৱৰ পন্থৰ লোকসকলে সাম্যবাদী-মনোভাৱৰ আৰু নীতি-নিয়মৰ কটকটীযা বান্ধোনৰপৰা মুক্ত এটি উদাৰ সংহতি আৰম্ভ কৰিছিল। অসমৰ উত্তৰ পূব অঞ্চলৰ ঘাইকৈ ভোট-ব্ৰহ্ম গোষ্ঠীৰ লোকসকলেই এই সংহতিৰ শিষ্য হৈছিল। এই সংহতিয়ে বহুতো জড়োপাসক লোকক ভক্তিধৰ্মৰ গণ্ডীত সামৰি লৈছিল। গোপালদেৱৰ সংহতিৰ ভিতৰৰে মোৱামৰা বা মায়ামৰা মহন্তৰ শিষ্যসকলেই ৰাজ-নিগ্ৰহৰ বিৰুদ্ধে একগোট হৈ ১৭৬৯ চনত বিদ্ৰোহ কৰি উঠিছিল আৰু আনকি কিছুদিনৰ কাৰণে আহোম শক্তিক ক্ষমতাচ্যুত কৰি ৰাখিবলৈকো সক্ষম হৈছিল। অসমৰ বৈষ্ণৱ আন্দোলনৰ ইতিহাস বহুতো সংঘাত আৰু ৰাজ-নিগ্ৰহৰ বিৱৰণেৰে পৰিপূৰ্ণ। ভাৰতৰ এই পূব অঞ্চলৰ ৰাজনৈতিক ইতিহাসৰ গতিৰো প্ৰায়েই যথেষ্ট পৰিৱৰ্তন ঘটিছিল। কিন্তু শঙ্কৰদেৱৰ কাৰ্যকলাপৰ মাজতেই যি নৱন্যাসৰ আৰম্ভ হৈছিল, সিয়েই বহুভাৱে সাৰ্থকতা লাভ কৰি ভাৰতৰ কলা-সংস্কৃতিৰ ক্ষেত্ৰত অসমক এটা বিশিষ্ট স্থান দি গৈছে।

## ৪

# মহাপুৰুষীয়া ধৰ্মৰ মূল-মত আৰু নীতি-সদাচাৰ

সৎসঙ্গ (ভক্তিৰ সাধনৰূপে ভক্তসকলৰ সঙ্গ), একশৰণ (কেৱল এজন মাত্ৰ দেৱতা বিষ্ণু-কৃষ্ণৰ ওচৰত আশ্ৰয়) আৰু নাম (ভক্তিৰ প্ৰধান প্ৰকাৰৰূপে কীৰ্তন বা প্ৰাৰ্থনা)-- শঙ্কৰদেৱৰ পন্থৰ এই তিনিটা প্ৰধান বস্তু অনা হৈছে যথাক্ৰমে 'ভাগৱতপুৰাণ', 'ভগৱদ্‌গীতা', আৰু 'পদ্মপুৰাণ'ৰ সহস্ৰনামখণ্ডৰপৰা আৰু সেই কেইখন গ্ৰন্থকে সাধাৰণতে এই কেইটা বিষয়ৰ মূল প্ৰামাণ্যশাস্ত্ৰ বুলি ধৰি লোৱা হয়। 'ভাগৱতপুৰাণ' আৰু 'ভগৱদ্‌গীতা' আৰু আন আন বৈষ্ণৱপুৰাণবিলাকৰ অসমীয়া অনুবাদ হৈছিল অথবা সেইবিলাকৰপৰা প্ৰামাণ্য-বাক্যৰূপে বৈষ্ণৱ গ্ৰন্থকাৰসকলে মূলশ্লোকৰ উদ্ধৃতি দিছিল যদিও, শঙ্কৰদেৱ আৰু মাধৱদেৱৰ ৰচনাখিনি আৰু তেওঁলোকে অথবা বৈষ্ণৱ সম্প্ৰদায়ে অনুমোদন কৰা আন কেইখনমান গ্ৰন্থকো মূল শাস্ত্ৰৰ মৰ্যাদা দিয়া হৈছিল বুলি মানি লোৱা হৈছিল। হৰি-প্ৰসঙ্গৰ বেলিকা সংস্কৃত গ্ৰন্থসমূহৰ ভিতৰত কেৱল 'ভাগবতপুৰাণ' আৰু 'ভগৱদ্‌গীতা'হে পাঠত লগোৱা হৈছিল। 'ভাগৱত-ভাৱাৰ্থদীপিকা' আৰু 'সুবোধিনী' নামৰ টীকা দুখনিৰ সহায় লোৱা হৈছিল আৰু তাকে কৰোঁতে অৱশ্যে শঙ্কৰদেৱৰ পন্থৰ বৈশিষ্ট্যৰ লগত মিল ৰাখি ঠায়ে ঠায়ে সামান্যভাৱে ব্যাখ্যাৰ ইফাল-সিফাল কৰা হৈছিল।

শঙ্কৰদেৱৰ ধৰ্মটো সাধাৰণতে মহাপুৰুষীয়া ধৰ্ম বুলিয়েই জনাজাত। মহাপুৰুষীয়া-শব্দটো সংস্কৃত মহাপৌৰুষিক ('ভাগৱতপুৰাণ', ১-১৪-৩৭) শব্দৰ আৰ্হিত গঢ়ি লোৱা। শ্ৰীধৰে সেই শব্দটোৰ তাৎপৰ্য ব্যাখ্যা কৰি কৈছে-- 'মহাপুৰুষো বিষ্ণুস্তদীয়ো মহাপৌৰুষিকঃ বৈকুণ্ঠনাথানুচৰঃ' ('ভাগৱতপুৰাণ', ২-১-১০)। মাধৱদেৱৰ ভাষাত 'মহাপুৰুষো বিষ্ণুস্তদীয়' কথাষাৰৰ অৰ্থ হ'ল 'মহাপুৰুষৰ সেৱক' ('নামঘোষা' ৬৫০)। তাৰ তাৎপৰ্য এয়ে যে ব্ৰহ্ম, পৰমাত্মা আৰু ভগৱৎ ('নামঘোষা' ১৭৬, 'ভাগৱতপুৰাণ', ১-২-১১) নামে জনাজাত প্ৰকৃতি আৰু পুৰুষৰ নিয়ন্ত্ৰণ কৰোঁতা ('প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ', 'নামঘোষা' ৪০৫)। পৰমেশ্বৰ বিষ্ণুৱেই এই ধৰ্মত সেব্য।

শঙ্কৰদেৱৰ ভক্তিমাৰ্গৰ আনুষ্ঠানিক নাম হ'ল একশৰণ নাম-ধৰ্ম। এই নামটোৱেই এই ধৰ্মৰ মূলমতৰ ইঙ্গিত কৰিছে-- যাৰ মতে একমাত্ৰ দেৱতা বিষ্ণু আৰু বিশেষকৈ কৃষ্ণৰূপে অৱতাৰ হোৱা বিষ্ণুৰেইহে সেৱা কৰিব লাগে, আন কোনো দেৱ-দেৱীৰ

পূজা কৰিব নালাগে আৰু বিষ্ণুৰ সেৱাত ঘাইকৈ নাম প্ৰসঙ্গৰ দ্বাৰা বিষ্ণুৰ মহিমা কীৰ্তন কৰাৰ দ্বাৰাই কৰিব লাগে। এই পন্থৰ মতে ৰামানুজ-সম্প্ৰদায়ে চৰমশ্লোক আখ্যা দিয়া 'ভগৱদ্‌গীতা'ৰ শ্লোকটিত সোমাই থকা নিজতেই অনন্যশৰণ ভক্তি নিৰ্দেশ কৰা ভগৱানৰ বাণী সদাই মনত ৰাখিব লাগে। (সৰ্ব্ব ধৰ্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ, ১৮-৬৬)। এজন ব্ৰাহ্মণ গ্ৰন্থকাৰ ভয্টদেৱে যথাযথ শাস্ত্ৰৰপৰা উদ্ধৃতি দি এই কথাও দেখুৱাইছে যে ভক্তসকলে পঞ্চযজ্ঞৰ পঞ্চদেৱতাৰ পূজাও কৰিব নালাগে, কিয়নো তাৰ দ্বাৰা একশৰণত ব্যাঘাত জন্মিব আৰু সেই কাৰণে কেৱল বিষ্ণুৰহে পূজা কৰিব লাগে আৰু তাৰ দ্বাৰায়ে সকলো দেৱতাৰে তৃপ্তি হ'ব ('ভগৱতপুৰাণ', ৪-৩১-১৪)। ভক্তই শ্ৰদ্ধা বা ঘৃণা কোনো ভাবেৰেই অন্য দেৱ-দেৱীৰ মূৰ্তিলৈকো চাব নালাগে আৰু য'ত অন্য দেৱ-দেৱীৰ পূজা হয় তেনে ঠাইলৈকো যাব নালাগে (শঙ্কৰদেৱ, 'ভাগৱতপুৰাণ', ২)। ভক্তই অৱশ্যে একমাত্ৰ শুদ্ধ সত্ত্ব ভগৱান বিষ্ণুৰ ভজনা কৰোঁতে অন্য পন্থৰ অনুগামীসকলৰ প্ৰতি কোনো অসূ-ৰ ভাব পোষণ কৰিব নালাগে (নাৰায়ণকলাঃ সন্তঃ ভজন্তি হ্যনসূয়ৱঃ, 'ভাগৱতপুৰাণ', ১-২-২৬)। তদুপৰি এই ধৰ্মটোৱেই হৈছে প্ৰেম, শ্ৰদ্ধা আৰু ভকতিৰ ধৰ্ম ; আৰু প্ৰেম অৰ্থাৎ ৰতি নিজৰ প্ৰতি আৰু প্ৰেমাস্পদৰ প্ৰতি সত্য হ'বৰ কাৰণে অব্যভিচাৰিণী হ'ব লাগিব আৰু সেই ৰতি সতী তিৰুতাৰ দৰে পবিত্ৰ হ'ব লাগিব ; তাৰ বিনিময়ত কোনো ফল লাভ কৰিবৰ অভিলাষ সেই ৰতিত নিহিত থাকিব নালাগিব আনকি তাৰ বিনিময়ত মুক্তি লাভ কৰিবলৈকো বিচাৰিব নালাগিব ("অহৈতুকী অব্যৱহিতা যা ভক্তিঃ পুৰুষোত্তম", 'ভাগৱতপুৰাণ', ৩-২৯-১২)। গতিকে যি জনে আনকি মুক্তিৰ কাৰণেও অভিলাষ নকৰে ('মুক্তিতো নিস্পৃহ') সেই জনেই আদৰ্শ ভক্ত।

ভক্তি ন বিধ (শ্ৰৱণ, কীৰ্তন, স্মৰণ, পদসেৱন, অৰ্চন, বন্দন, দাস্য, সখ্য, আত্মনিবেদন)। তাৰে ভিতৰত শ্ৰেয়ঃলাভৰ কাৰণে ধৰ্মকৰ্মৰূপে শ্ৰৱণ আৰু কীৰ্তনেই যথেষ্ট বুলি শঙ্কৰদেৱে বিবেচনা কৰিছিল। উচ্চ-নীচ নিৰ্বিশেষে সকলো লোকৰ কাৰণেই শ্ৰৱণ আৰু কীৰ্তন কৰাটো সম্ভৱপৰ। তদুপৰি ভক্তই শ্ৰৱণ-কীৰ্তন কৰিবৰ কাৰণে কোনো কঠোৰ ধৰ্মনিয়ম মানিবৰ-প্ৰয়োজন নাই আৰু আনুষ্ঠানিক নীতি-নিয়মো যিমান কমকৈ পাৰে সিমান কমকৈ মানিলেও হয়। এজন নতুন ভক্তই (প্ৰাকৃত ভক্তই) ইচ্ছা কৰিলে বিষ্ণু-কৃষ্ণক মূৰ্তিতো অৰ্চনা কৰিব পাৰে কিয়নো অৰ্চনাকো নৱবিধা ভক্তিৰ এবিধ বুলি মানি লোৱা হৈছে। কিন্তু ভগৱন্তৰ আটাইতকৈ সাক্ষাৎ মূৰ্তি, শিলৰ বা মাটিৰ নহয় ; তেওঁৰ একান্ত ভকতেই ভগৱন্তৰ মূৰ্তি যি ভকতৰ সঙ্গকে সকলো প্ৰকাৰে কামনা কৰিব লাগে। যি জনে ভকতক উপেক্ষা কৰে আৰু মূৰ্তিৰপৰা মুক্তি বিচাৰি যায় তেওঁ "গৰুতকৈয়ো হীন" ("গৰুতো অধম", শঙ্কৰদেৱ, 'কীৰ্তন ঘোষা',

৩-৬১ ; "স এব গোখৰঃ", 'ভাগৱতপুৰাণ', ১০-৮৪-১৩)। তদুপৰি শব্দৰ বাহিৰে ভগৱন্তৰ আন মূৰ্তিও নাই ("মন্ত্ৰমূৰ্তিম্ অমূৰ্তিকম্", 'ভাগৱতপুৰাণ', ১-৫-৩৮)। গতিকে আদৰ্শ ভক্তই মাথোন অন্তৰৰপৰা দিব পৰা উপচাৰেৰে ভগৱন্তক নিজৰ হৃদয়তে উপাসনা কৰে (শঙ্কৰদেৱ, 'ভক্তিৰত্নাকৰ', ৯ ; 'ভাগৱতপুৰাণ', ১১-২৭-১৫ ৰ উদ্ধৃতি)। ৰহস্যবাদী সাধকৰ দৰে শঙ্কৰদেৱেও উপলব্ধি কৰিছিল যে সকলো প্ৰাণীৰ অন্তৰত ভগৱন্তই ব্যাপকভাৱে বিৰাজ কৰিছে। আমি এই সত্যটো উপলব্ধি কৰিব নোৱাৰিলেই তেওঁক বাহিৰত বিচাৰি যাওঁ ('কীৰ্তন ঘোষা', ৮-১১)। শঙ্কৰদেৱৰ পন্থত মূৰ্তিপূজাৰ কোনো বিশেষ স্থান নাই , আৰু ভক্তই ইচ্ছা কৰিলে কৰ্ম-কাণ্ডৰ এইকণ অনুষ্ঠানো বাদ দিব পাৰে। সত্ৰবিলাকত ধৰ্মানুষ্ঠানৰূপে দিনটোৰ ভিতৰত তিনিবাৰৰপৰা চৈধ্যবাৰলৈকে প্ৰাৰ্থনা কৰা হয় আৰু সেইবিলাক প্ৰাৰ্থনাৰ নাম-কীৰ্তন অনুষ্ঠানৰ প্ৰত্যেকটোকে বোলা হয় প্ৰসঙ্গ বা নাম-প্ৰসঙ্গ। কীৰ্তনঘৰ বা নামঘৰত গোটখাই এই নাম-প্ৰসঙ্গ কৰা হয়। তাতে গুৰুসকলে ৰচনা কৰা যি কোনো এখন গ্ৰন্থৰ সাচিপতীয়া পুথি এখনকে থাপনাত থোৱা হয় , তাকে বোলে গুৰু-আসন আৰু সেয়ে নামঘৰ বা কীৰ্তনঘৰত থকা উপাস্য দেৱতাৰ স্বৰূপ। এই দৰেই নাম-ধৰ্মৰ অনুষ্ঠান কৰা হয়। সত্ৰাধিকাৰে নতুন শিষ্যক নাম-ধৰ্মত শৰণ দিবৰ সময়ত যি গুপ্ত-মন্ত্ৰ দিয়ে তাত ভগৱানৰ চাৰিটি নাম থাকে। সেই কেইটা হ'ল ৰাম, কৃষ্ণ, হৰি, নাৰায়ণ। চাৰিটি সৎবস্তুৰ প্ৰতি ভকতৰ অচলা ভক্তি থাকিব লাগিব আৰু সেই চাৰি বস্তুতে তেওঁ আত্মসমৰ্পণ কৰিব লাগিব। সেই সৎবস্তু হ'ল --১। নাম অৰ্থাৎ ভগৱন্তৰ পবিত্ৰ নাম ; ২। দেৱ অৰ্থাৎ জীৱৰ একমাত্ৰ আশ্ৰয় বিষ্ণু-কৃষ্ণ ; ৩। গুৰু অৰ্থাৎ সেই জন আধ্যাত্মিক আচাৰ্য যি জনে শিষ্যক ভগৱৎ-প্ৰাপ্তিৰ সুগম মাৰ্গ চিনাই দিব পাৰে, আৰু ৪। ভকত অৰ্থাৎ সেইসকল একান্ত ভক্ত যাৰ সৎসঙ্গৰ মাজেদিয়েই ভগৱন্তক লাভ কৰিব লাগে। ভক্তিমাৰ্গৰো বিভিন্ন ভাৱৰ ভিতৰত শঙ্কৰদেৱে দাস্য ভাৱটোহে গ্ৰহণ কৰিছিল , মধুৰ, সখ্য বা বাৎসল্য ভাৱৰ ভক্তি গ্ৰহণ কৰা নাছিল। ভক্তই নিজকে দাস আৰু ভগৱন্তক প্ৰভু বুলি জ্ঞান কৰিব লাগে। দাসৰপৰা অচলা ভক্তি বিচৰা এই ভগৱানৰ বাহিৰে ভক্তই আন একোকে চিন্তা কৰিব নালাগে। বৈষ্ণৱ-ধৰ্মৰ এই পন্থত ৰাধা-কৃষ্ণ-তত্ত্ব মানি লোৱা নহয় আৰু বিষ্ণু-উপাসনাৰ ক্ষেত্ৰতো বিষ্ণুৰ কোনো শক্তি (অৰ্থাৎ নাৰীৰূপত কল্পিত বিষ্ণুৰ শক্তি) স্বীকাৰ কৰা নহয়।

শঙ্কৰদেৱ নিজে অব্ৰাহ্মণ আছিল , পিছে যিসকলে তেওঁক আধ্যাত্মিক গুৰু বুলি মানি ল'ব পাৰিছিল তেনে ব্ৰাহ্মণকো তেওঁ শিষ্যৰূপে গ্ৰহণ কৰিছিল। জাতিভেদ প্ৰথাৰ ৰক্ষণশীল সমৰ্থকসকলে সমৰ্থন নকৰা কামবিলাকৰ ভিতৰত এইটোও এটা। কোচ ৰাজসভাত এই কামৰ কাৰণে শঙ্কৰদেৱে বৈফিয়ৎ দিব লগাও হৈছিল। এজন শূদ্ৰৰ

ধৰ্ম গ্ৰহণ কৰা কাৰণে দামোদৰদেৱকো তিৰস্কাৰ কৰা হৈছিল। এই বিষয়ে যি যুক্তি দিয়া হৈছিল সেইটো এয়ে যে আনক ৱেদৰ মন্ত্ৰ দিয়াৰ বিষয়ত এজন শূদ্ৰৰ হয়তো বাধা থাকিব পাৰে, কিন্তু যাকে তাকে নাম-মন্ত্ৰ দিবৰ কাৰণে তেওঁৰ সম্পূৰ্ণ অধিকাৰ আছে। সেই কাৰণেই শঙ্কৰদেৱৰ পন্থত আমি শূদ্ৰ আচাৰ্যৰ ব্ৰাহ্মণ শিষ্যও থকা দেখা পাওঁ। ভাৰতৰ আন ঠাইত যিসকলক অস্পৃশ্য বুলি গণ্য কৰা হয়, তেনে লোককো ব্ৰাহ্মণ মহন্তৰ শিষ্যৰূপে দেখা পাওঁ। আনহাতে এই পন্থত জাতিৰ ভিত্তিত কাকো শৰণ ল'বৰ কাৰণে অযোগ্য বুলি বিবেচনা কৰা নহয়। শঙ্কৰদেৱ আৰু মাধৱদেৱৰ শিষ্যসকলৰ ভিতৰত চাঁদসাই আৰু জয়হৰি নামে দুজন মুছলমান, গোবিন্দ নামে এজন গাৰো, জয়ানন্দ নামে এজন ভুটীয়া, জয়ন্তীৰ মাধৱ নামে এজন হিৰা বা কুমাৰ, শ্ৰীৰাম নামৰ এজন বোধহয় কৈবৰ্ত আৰু দামোদৰ নামে এজন বনিয়াও আছিল। শ্ৰীৰামদেৱ নামে পৰবৰ্তী সত্ৰাধিকাৰ এজনে নক্তে নগা লোককো শৰণ দিছিল। আহোম, কোচ, মিৰি, কছাৰী, মৰাণ আৰু আন বহুতো জাতিৰ লোকক অবাধে শঙ্কৰদেৱৰ পন্থৰ বৈষ্ণৱধৰ্মলৈ ধৰ্মান্তৰ গ্ৰহণ কৰোৱা হৈছিল। এই ধৰ্মৰ উদাৰ মনোভাৱেই বিভিন্ন জাতিৰ লোকক একতাৰ দোলেৰে বান্ধি একেটা ধৰ্ম-সম্প্ৰদায়ৰ অন্তৰ্ভুক্ত কৰিব পাৰিছিল আৰু এটা সাংস্কৃতিক সমন্বয়ো ঘটাব পাৰিছিল।

শঙ্কৰদেৱ আছিল গৃহী আৰু মাধৱদেৱ আছিল উদাসীন। তেওঁলোকৰ মতে ভগৱন্তক পাবৰ কাৰণে সংসাৰ ত্যাগ কৰিবৰ প্ৰয়োজন নাই। সম্ভৱতঃ মাধৱদেৱৰ ব্যক্তিগত জীৱনৰ আদৰ্শৰ ফলত হে এটা কেৱলীয়া সম্প্ৰদায়ৰ সৃষ্টি হ'ল আৰু সেইটোৱেই পিছত গৈ সত্ৰবিলাকৰ একেবাৰে ভিতৰুৱা গোষ্ঠীত পৰিণত হ'ল। কিন্তু সত্ৰবিলাকত অধিকাৰৰূপে বা সাধাৰণ ভকতৰূপে গৃহী আৰু উদাসীন দুযোবিধ লোকেই থাকিব পাৰিছিল। এই ধৰ্মত কেৱলীয়া ভকতনীৰ পন্থ এটা নাই আৰু নাম-প্ৰসঙ্গত সাধাৰণতে কোনো তিৰুতা মানুহক যোগ দিবলৈ দিয়া নহয়। অৱশ্যে তিৰুতা মানুহ সত্ৰাধিকাৰ হোৱাৰো দুই এটা দৃষ্টান্ত আছে। শঙ্কৰদেৱৰে নাতিনী বোৱাৰী কনকলতাই সত্ৰব্যৱস্থাৰ বিস্তাৰৰ বিষয়ত যথেষ্ট অৰিহণা যোগাই গৈছে। তেৱেঁই বৰদোৱাথুলৰ সত্ৰকেইখনৰ ব্যবস্থাপনা কৰিছিল আৰু বাৰজনক আজ্ঞা দি মহন্ত পাতিছিল। তেওঁলোক কেউজনেই অৱশ্যে পুৰুষ।

## ৫
# সমাজৰ পুনঃ-সংগঠন

শঙ্কৰদেৱে জাতি-ভেদ প্ৰথা দেখ-দেখকৈ উঠাই দিয়া নাছিল অথবা উঠাই দিব পৰা নাছিল , কিন্তু বৈষ্ণৱ আন্দোলনেই বৰ্ণ বৈষম্যৰ কঠোৰতা ভালেখিনি শিথিল কৰি দিছিল। বৈষ্ণৱৰ নাম-প্ৰসঙ্গৰ সময়ত এটা খেলৰ সকলো ভকতেই সমান। পুৰণি বিচাৰ মতে কোনো সামাজিক মৰ্যাদা নথকা লোকেও নিজ ক্ষমতা অনুসৰি নাম-প্ৰসঙ্গ অথবা পুথিৰ পাঠত আগ ভাগ ল'ব পৰা হ'ল। ভকতসকলৰ মাজৰপৰা যি কোনো বৰ্ণৰ লোকেই ৰাইজক প্ৰসাদ বিলাই দিব পৰা হ'ল। পুৰণি ৰক্ষণশীলতাৰ নিগ্ৰহলৈ আওকাণ কৰি ভক্তিৰ বাণী শুনিবৰ কাৰণে আৰু ভগৱানৰ সমান সন্তানৰ দৰে গোট খাবলৈ ৰাইজে দলে দলে শঙ্কৰদেৱৰ কাষ চাপিলহি।

শঙ্কৰদেৱে এইদৰেই এক বিৰাট পৰিৱৰ্তন আৰু অন্তঃশুদ্ধিৰ প্লাৱন আনিলে। তেওঁ ৰাইজৰ ব্যক্তিগত শুচিতা আৰু শুদ্ধ সামাজিক আচৰণৰ বিষয়েও শিক্ষা দিলে। শৰণ লোৱাৰ দিনৰপৰাই ভকতৰ জীৱনটো সম্পূৰ্ণৰূপে ভক্তিৰ মাৰ্গতে নিয়োজিত হয়। সেই কাৰণে শৰণ দিয়াৰ লগে লগেই শিষ্যক আভ্যন্তৰীণ আৰু বাহ্যিক পৱিত্ৰতাৰ বিষয়ে তন্নতন্নকৈ শিক্ষা দিয়া হয়। ভকতেও যিমান দূৰ সম্ভৱ সিমান সাৱধানতাৰে সেই শিক্ষাবিলাক পালন কৰিব লাগে। সাধাৰণ সদাচাৰ বা সজ-আচৰণৰ ভিতৰত ঘাইকৈ বাহ্যিক ধৃতি-নীতিকে (শৌচ-শুদ্ধি) ধৰা হয়। তাৰ কাৰণে ভকতজনে যথেষ্ট পৰিমাণে পানীৰ ব্যবহাৰ কৰি ধোৱা-পখলা কৰিব লাগে ; এই বিষয়ত দেখা পোৱা বৈশিষ্ট্যৰ দ্বাৰায়ে আনকি ন-শৰণীয়া ভকত এজনক চিনি পাব পাৰি। ভক্তৰ নিত্য-কৰ্মৰ ভিতৰত আহাৰ কৰাৰ আগতেই সম্পূৰ্ণভাবে স্নান কৰাটো এটা অপৰিহাৰ্য কাম। এই ধৰ্মত শৰণ লোৱাৰ দিনৰপৰা ভকত এজনে মাদক-দব্য সেৱন কৰা, লেতেৰা পশু-পক্ষী ঘৰত পোহা আৰু কানিৰ কাৰণে আফুৰ খেতি কৰা আদি পুৰণি লেতেৰা কামবিলাক এৰি পেলাব লাগে। সকলো প্ৰাণীৰ প্ৰতি দয়াৰ চিন স্বৰূপে যদিও প্ৰাণী-হত্যা বৰ্জন কৰিবলৈ কোৱা হৈছিল তথাপি উদাসীন আৰু সাধাৰণ ভকত এই দুয়োবিধেই মাছ অথবা পছুৰ মাংস খাব পাৰিছিল। এজন মহান ধৰ্মগুৰুৰূপে শঙ্কৰদেৱে এটা পৰিমিতাচাৰী জীৱনৰ আদৰ্শ ডাঙি ধৰিছিল-- যিটো জীৱনত এহাতে অমিতাচাৰী ভোগ বিলাসৰো স্থান নাই আৰু আনহাতে সংসাৰ-ত্যাগ আৰু আত্ম-নিগ্ৰহৰো প্ৰয়োজন নাই। ধ্যান-ধাৰণাৰ ক্ষেত্ৰত পৰম ভজনীয় দেৱতাৰ লগতে ৰাধা বা আন কোনো স্ত্ৰীৰূপা শক্তি মানি নলৈ আৰু সত্ৰৰ সমাহিত জীৱন আৰু নাম-প্ৰসঙ্গাদিৰপৰা তিৰুতা

মানুহক আঁতৰত ৰাখি শঙ্কৰদেৱে নিজৰ পন্থক অধঃপতনৰ সম্ভাৱনাৰপৰা ৰক্ষা কৰিছিল।

প্ৰজাসাধাৰণৰ সামাজিক জীৱনত সত্ৰসমূহৰ এটা বিশেষ প্ৰভাৱ আছিল। আহোম ৰজা আৰু ৰাজবিষয়াসকলে বৈষ্ণৱধৰ্ম লোৱাৰপৰা সমাজক পৰিচালনা কৰিব পৰা অনুষ্ঠানৰূপে সত্ৰবিলাকৰ শক্তি বহু পৰিমাণে বাঢ়ি গৈছিল। এই দৰেই সকলো অসমীয়া হিন্দু মানুহ দুটা বস্তুৰ প্ৰতি অনুগত হোৱাটো আৱশ্যক হৈ পৰিল ; এহাতে হ'ল ৰাষ্ট্ৰ বা ৰজাৰ প্ৰতি ঐহিক আনুগত্য, আনহাতে বৈষ্ণৱধৰ্ম আৰু এজন গুৰুৰ প্ৰতি অৰ্থাৎ কোনো এখন সত্ৰৰ অধিকাৰৰ প্ৰতি আধ্যাত্মিক আনুগত্য। “ৰজাৰ খাজনা গুৰুৰ কৰ” (অৰ্থাৎ সত্ৰাধিকাৰ গুৰুক দিব লগা কৰ) কথাষাৰেই ৰাইজ যে সামাজিক জীৱনৰ দ্বৈত-আনুগত্যৰ বিষয়ে কিমান সচেতন আছিল তাক প্ৰমাণ কৰে। আধ্যাত্মিক দায়িত্বই আনি দিলে এটা মৰ্যাদা-বোধ, এটা সুস্থিৰ জীৱনাদৰ্শ আৰু সকলো বস্তুকে পুঙ্খানুপুঙ্খভাৱে বিচাৰ কৰাৰ ক্ষমতা। এই দৰেই সকলো লোক ধৰ্ম-প্ৰাণ আৰু নীতি-পৰায়ণ হৈ পৰিল। এই ধৰ্ম গ্ৰহণ কৰাৰ অৰ্থই হ'ল যে নিজ ধৰ্মৰ আনসকল লেকক সামাজিক বিভেদৰদ্বাৰা দলিত বুলি নাভাবি সমান ব্যক্তি বুলি মানি ল'ব লাগে। ফলত পৰমত-সহিষ্ণুতা এসময়ত কোনো নিয়মৰ ব্যতিক্ৰম নহৈ নিজেই এটা নিয়ম যেন হৈ পৰিল। অৱশ্যে ইতিহাসৰ একোটাহঁত উত্তেজনা আৰু তিক্ততাপূৰ্ণ মুহূৰ্তত ধৰ্মবিষয়ত হস্তক্ষেপক অস্ত্ৰ-শস্ত্ৰ প্ৰয়োগেৰেহে বাধা দিব লগা হৈছিল সঁচা। কিন্তু যি সময়ত সকলো শাখা-প্ৰশাখাৰে সৈতে স্থানীয় বৈষ্ণৱ-ধৰ্ম এটা সৰ্বব্যাপী শক্তি হৈ পৰিছিল, সেই সময়তে অসমৰ ধৰ্ম-জীৱনত কিছুমান বিজতৰীয়া উপাদান সোমাবলৈ দিয়াৰ চৰম ফলৰূপেই এই উত্তেজনা আৰু তিক্ততাৰ সৃষ্টি হৈছিল। অষ্টাদশ শতিকাৰ দ্বিতীয়াৰ্ধত মোৱামৰীয়া বৈষ্ণৱসকলৰ বিদ্ৰোহৰ সময়তে এটা কথা দেখা পোৱা গ'ল যে, যি সময়ত পৰাজয়, বিশ্বাসঘাতকতা, শঠতা আৰু অন্যান্য বহুধৰণৰ বিপৰ্যয়ত ৰাজশক্তি জৰ্জৰিত হৈ পৰিছিল, সেই সময়ত ঘাইকৈ নিৰক্ষৰ চহা মানুহেৰেই গঠিত বৈষ্ণৱ বিদ্ৰোহীৰ দলটোৱেই গুৰুৰ স্বাৰ্থৰ প্ৰতি থকা আন্তৰিকতাৰদ্বাৰা অনুপ্ৰাণিত হৈ পৰম উদ্যমেৰে একমুঠ হৈ আগ বাঢ়ি যাব পাৰিছিল।

সত্ৰবিলাকৰ প্ৰতিষ্ঠাপনৰ লগে লগে তাৰ আৰ্হিতে প্ৰায় খ্ৰীষ্টানৰ গিৰ্জাঘৰৰ দৰে গাঁৱে গাঁৱে নামঘৰবিলাক হ'বলৈ ধৰিলে। আৰম্ভৰপৰাই নামঘৰবিলাক গাঁৱৰ সকলোবিলাক সমূহীয়া কামৰে প্ৰাণ-কেন্দ্ৰ আছিল। নামঘৰেই আছিল গাঁৱৰ ক্লাবঘৰ আৰু অভিনয়-শালা। সমাজৰ সকলো মানুহৰ ওপৰত নামঘৰৰ এটা আধ্যাত্মিক নিয়ন্ত্ৰণ আছিল আৰু বহুতো বেয়া কামৰপৰা তেওঁলোকক বিৰত ৰাখিছিল। দৰাচলতে নামঘৰেই গাঁৱৰ ‘পাৰ্লিয়ামেণ্ট’ বুলি ক'ব পাৰি আৰু সেই ‘পাৰ্লিয়ামেণ্ট’টো উদাৰ

সাম্যবাদৰ ভিত্তিত পৰিচালিত হৈছিল। ইয়েই আছিল গাঁৱৰ বিচাৰালয় ; কাজিয়া আৰু অন্যান্য অপৰাধৰ বিচাৰো ইয়াত কৰা হৈছিল আৰু গাঁৱৰ বুঢ়া লোকসকলে দিয়া ৰায় কোনেও অমান্য কৰিবলৈ সাহ নকৰিছিল। গাঁৱৰ এই পঞ্চায়তখনে কাৰোবাক আনকি এঘৰীয়া কৰিও থ'ব পাৰিছিল। সেই কালত সমাজৰ যি কোনো মানুহে আটাইতকৈ ভয় কৰিবলগীয়া কথা আছিল সেইটোৱেই। কেৱল বৰ জটিল গোচৰবিলাক হে দোষী যিখন সত্ৰৰ শিষ্য তাৰ অধিকাৰলৈ পঠোৱা হৈছিল নাইবা ৰজাৰ (চৰকাৰী) আদালতত তোলা হৈছিল। এই দৰেই সত্ৰ আৰু নামঘৰ নামৰ অনুষ্ঠান-যুগ্মৰ মাজেৰেই অসমীয়া সমাজখন সুন্দৰভাৱে পৰিচালিত হৈছিল। এইদৰেই সকলো ফালৰপৰাই শৃঙ্খলাৰ ভিতৰত থকাৰ ফলত ৰাইজৰ নৈতিক চৰিত্ৰও বৰ সুন্দৰ হৈ পৰাটো স্বাভাৱিক আছিল।

৬

## বেদান্তদৰ্শন

অসমৰ বৈষ্ণৱধৰ্মৰ ধৰ্ম-তত্ত্ব , দৰ্শন, নীতিৰ আদৰ্শ আৰু ধৰ্মমতৰ বিৱৰণৰ কাৰণে শঙ্কৰদেৱৰ আন আন অসমীয়াত ৰচিত গ্ৰন্থ আৰু আন অসমীয়া বৈষ্ণৱ ৰচকসকলৰ কেইখনমান গ্ৰন্থৰ লগতে আমি ঘাইকৈ শঙ্কৰদেৱৰ সংস্কৃতত ৰচিত 'ভক্তিৰত্নাকৰ' নামৰ পুথিখনলৈ মন কৰিব লাগিব। কিন্তু এইখন ধৰ্মতত্ত্ববিষয়ক পুথি নহয়। ক'বলৈ গলে দৰ্শনৰ পুথি হোৱাৰপৰাও ই দূৰতহে আছে। তথাপি এই তত্ত্বমূলক গ্ৰন্থখনত, কেৱল নিজ পন্থৰ বিষয়ে দৃষ্টিৰখাৰ ফলত কিছু পৰিমাণে সীমায়িত হ'লেও, এক বিশাল অধ্যয়ন আৰু এক সূক্ষ্ম বিশ্লেষণাত্মক পাণ্ডিত্যৰ পৰিচয় পোৱা যায়। এইটোও এটা ভাবিব লগীয়া কথা যে শঙ্কৰদেৱে ইমান বিভিন্ন ধৰণৰ পুথি কেনেকৈ বিচাৰি পাইছিল। সেইবিলাক গ্ৰন্থৰপৰা যিবিলাক বিষয় সংগ্ৰহ কৰি আনিছে, তাকো তেওঁ বৰ নিযাৰিকৈ পৰিৱেশন কৰিছে। শঙ্কৰদেৱে আৰু তেওঁৰ পন্থৰ আন লোকসকলে নিজৰ ভাষাত 'ভাগৱতপুৰাণ'খন ব্যাখ্যা কৰিছে আৰু সেই পুৰাণতে বেদান্তদৰ্শনৰ ৰহস্য ('বেদান্তৰো গুহ্য') সোমাই আছে বুলি বখানিছে। বৈষ্ণৱধৰ্মৰ প্ৰাচীনতৰ পন্থবিলাকৰ বহুতেই 'ব্ৰহ্মসূত্ৰ'ৰ টীকা একোখন সুকীয়াকৈ ৰচনা কৰি লৈছিল। অসমৰ শঙ্কৰদেৱ আৰু বঙ্গৰ চৈতন্যদেৱে মাথোন এইসকল পন্থৰ আৰ্হি অনুকৰণ কৰাটো প্ৰয়োজন বুলি নাভাবিলে। শঙ্কৰদেৱে 'ভক্তিৰত্নাকৰ'ত, মাধৱদেৱে 'নামঘোষা'ত আৰু ভট্টদেৱে 'ভক্তিবিৱেক'ত প্ৰমাণৰূপে 'ভাগৱতপুৰাণ'ৰ পৰাই (১২-১৩-১৫) উদ্ধৃতি দি এই কথা ক'ব খুজিছে যে এই পুৰাণখনেই সকলো বেদান্তৰ সাৰ (সৰ্ববেদান্তসাৰম্)। চৈতন্যপন্থৰ দৰ্শন-প্ৰণেতা জীৱগোস্বামীৰ মতে এই পুৰাণখনেই 'বেদান্তসূত্ৰ'ৰ ওপৰত ব্যাসদেৱৰ নিজৰ টীকাস্বৰূপ। অৱশ্যে শঙ্কৰদেৱ আৰু আনসকলে উদ্ধৃতি দিয়া এই শ্লোকটোৱে (সৰ্ববেদান্তসাৰং হি ভাগৱতমিষ্যতে) 'ব্ৰহ্মসূত্ৰ'ৰ প্ৰণালীবদ্ধ দৰ্শনক বুজাইছে বুলি ধৰি লোৱাতকৈ বৰং উপনিষদ্‌বিলাক গঢ লবলৈ ধৰা অৱস্থাত থকা বেদান্তকহে বুজাইছে বুলি ধৰিব লাগে। 'ভক্তিৰত্নাকৰ' আৰু আন আন ঠাইত শঙ্কৰদেৱে প্ৰমাণ হিচাবে 'ভাগৱতপুৰাণ', 'ভগৱদ্‌গীতা' আৰু আন আন বৈষ্ণৱপুৰাণ আৰু বৈষ্ণৱপন্থৰ গ্ৰন্থসমূহৰ ওপৰতেই সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰিছে।

শঙ্কৰদেৱে ক'তো এটা স্বতন্ত্ৰ দৰ্শন-ধাৰা দেখুৱাব খোজা নাই। সেই কাৰণে তেওঁৰ দৰ্শনৰ কোনো নামকৰণ কৰাৰ আগতে আৰু ভাৰতীয় চিন্তাৰ ইতিহাসত তাৰ স্থান নিৰূপণ কৰাৰ আগতে, তেওঁৰ দাৰ্শনিক মতসমূহ ভিন্ ভিন্ ঠাইৰপৰা গোটাই আনি থূপ খুৱাই

ল'ব লাগিব। ফাৰ্কুহাৰ চাহাবে দেখুৱাৰ দৰে 'ভাগৱতপুৰাণ'ৰ দাৰ্শনিক মতবিলাক "প্ৰাচীনতৰ পুৰাণবিলাকত প্ৰাধান্য লাভ কৰা সেশ্বৰ সাংখ্যতকৈ শঙ্কৰাচাৰ্যৰ দৰ্শনৰহে অধিক নিকটৱৰ্তী"। শঙ্কৰদেৱ আৰু অসমৰ আন বৈষ্ণৱসকলে 'ভাগৱতপুৰাণ' ব্যাখ্যা কৰোঁতে পুৰীৰ শঙ্কৰাচাৰ্যপন্থী গোৱৰ্ধন মঠৰ মহন্ত (আনুমানিক ১৪শ খ্ৰীষ্টাব্দ) শ্ৰীধৰস্বামীয়ে ৰচনা কৰা টীকাৰ ওপৰতেই ঘাইকৈ ভেজা লৈ ঠায়ে ঠায়ে সামান্য সাল-সলনি কৰি অদ্বৈতবাদৰ কঠোৰ দৰ্শনক ভক্তিবাদৰ সৰসতাৰে কোমলাই পেলাইছে। গতিকে শঙ্কৰদেৱ আৰু তেওঁৰ পন্থৰ আন আন সকলে অদ্বৈতবাদৰ ফালেই ঢাল লোৱাটো স্বাভাৱিক হৈ পৰিছিল।

ব্ৰহ্মাই জগতৰ আদি, মধ্য আৰু অন্ত। ইয়েই জগতৰ নিমিত্ত, কাৰণ আৰু উপাদান-কাৰণো ইয়েই। যেনেকৈ চৰু-কলহ আদি মাটিৰপৰা বেলেগ নহয়, যেনেকৈ সোণৰ অলংকাৰ স্বৰূপাৰ্থত সোণেই, তেনেকৈয়ে জগৎখনো ব্ৰহ্মাৰপৰাই উদ্ভৱ হয় আৰু ব্ৰহ্মাতে লীন হয়। জগৎখন স্বৰূপাৰ্থত ব্ৰহ্মাই আৰু ই তেওঁতেই আশ্ৰয় কৰি আছে। কাৰ্য-কাৰণৰপৰা বেলেগ নহয় বুলি দেখুৱাবলৈ মাটি আৰু মলা-চৰু অথবা সোণ আৰু সোণৰ অলংকাৰৰ যি দৃষ্টান্ত দিয়া হৈছে অথবা শঙ্কৰদেৱে যে ঠায়ে ঠায়ে জীৱ ব্ৰহ্মাৰেই অংশ বুলি কৈছে, সি পৰিণামবাদৰ ইঙ্গিত কৰে। কিন্তু দৰাচলতে শঙ্কৰদেৱৰ দৰ্শনত পৰিণামবাদ শেষ পৰ্যন্ত মানি লোৱা হোৱা নাই ; কিন্তু বিৱৰ্তবাদসূচক ৰজ্জুত সৰ্পভ্ৰমৰ দৃষ্টান্তৰ প্ৰয়োগহে চূড়ান্তভাবে বৰ্তিছে। এইদৰে চাবলৈ গ'লে আন প্ৰধান প্ৰধান বৈষ্ণৱ সম্প্ৰদায়বিলাকে পৰিত্যাগ কৰা মায়াবাদ বা অদ্বৈতবাদ শঙ্কৰদেৱৰ দৰ্শনত থাকিয়ে গৈছে আৰু ভক্তিৰে সৈতে সি মিলি আছে।

মিথ্যা পৰিদৃশ্যমান জগতত ব্ৰহ্মাই এটা সত্যৰ আভাস (সদাভাস) আৰোপ কৰে। অসত্য জগৎখনে সত্য ব্ৰহ্মাৰপৰা উদ্ভৱ হৈ অবিদ্যাৰদ্বাৰা আবৃত হৈ সত্যৰূপে প্ৰকাশ পায়। ("অসন্ত জগত খান তোমাত উদ্ভৱ ভৈল সন্ত হেন প্ৰকাশে সদায়।") এয়ে হ'ল অধ্যাস অৰ্থাৎ বস্তুটো নোহোৱা ঠাইতো কোনো এটা বস্তুৰ উপলব্ধি। মায়াৰদ্বাৰাই এই মিথ্যা প্ৰকাশ সম্ভৱ হয়। মায়া হ'ল ভগৱন্তৰ এটা শক্তি যিটোৱে বস্তুক ঢাকি ৰাখি অবস্তুক (অসত্যক) প্ৰকাশ কৰে (অবস্তুক দেখাৱয় বস্তুক আবৰি)। শঙ্কৰদেৱৰ দৰ্শনত বস্তুতঃ মায়া, অবিদ্যা আৰু প্ৰকৃতিৰ বিষয়ত কোনো প্ৰাৰ্থক্য দেখুউৱা হোৱা নাই যদিও শ্ৰীধৰে অৱশ্যে কৈছে যে একে প্ৰকৃতিয়েই আৱৰণ-শক্তি-সমন্বিতা হ'লে অবিদ্যা বোলা হয় ; সেয়ে জীৱৰ উপাধি, আৰু প্ৰকৃতিকেই বিক্ষেপ শক্তি সমন্বিতা হ'লে বোলা হয় মায়া ; সেয়ে ঈশ্বৰৰ উপাধি। আত্মাক আৱৰি থকা অবিদ্যা আঁতৰি গ'লেই লোকে কণ্ঠলগ্ন অলংকাৰক দেখা পোৱাৰ দৰে জীৱই আত্মাক উপলব্ধি কৰে। মায়া আৰু প্ৰকৃতিক প্ৰায়ে ভগৱন্তৰ শক্তি বা স্ত্ৰীৰূপে দেখুওৱা হয়। ভগৱন্ত জগৎ ব্যাপি আছে কিন্তু জগতৰ দোষ-গুণে তেওঁক স্পৰ্শ নকৰে। (শঙ্কৰদেৱ, 'ভাগৱতপুৰাণ', ২)। ভগৱন্ত জগততে লীন হৈ থকা নাই কিন্তু ভগৱন্তই তেওঁৰ গাত থকা মায়াৰ বলেৰে জগৎখনৰ সৃষ্টি, পালন আৰু সংহাৰ কৰে।

'ভক্তিৰত্নাকৰ'ৰ দ্বাদশ অধ্যায়ত ঈশ্বৰ আৰু জীৱৰ পাৰ্থক্য দেখুওৱা হৈছে। নিজৰ বিদ্যা-শক্তিৰে ঈশ্বৰে মায়াক নিয়ন্ত্ৰণ কৰে (বিদ্যাশক্ত্যা মায়ানিয়ন্তা) আৰু মায়াৰ হেঁচাতে জীৱ সদাই মুমূৰ্ষু হৈ থাকে। ভগৱন্তৰ কৰুণাত জ্ঞান লাভ কৰিব পাৰিলেহে জীৱই মুক্তি পাব পাৰে। 'যোগসাৰ' নামে গ্ৰন্থৰপৰা উদ্ধৃতি দি তেওঁ দেখুৱাইছে যে জীৱ অবিকাৰী, সৰ্বব্যাপী (বিভু) আৰু শান্ত আৰু ই পৰমাত্মাৰপৰা অভিন্ন। ভ্ৰম আৰু অবিদ্যাৰদ্বাৰা আবৃত (ভ্ৰান্ত্যজ্ঞানাবৃত) হৈ থকাৰ ফলতেই জীৱই নিজৰ স্বৰূপ উপলব্ধি কৰিব নোৱাৰে।

সেই কাৰণে মায়াৰ বন্ধনৰপৰা নিজকে মুক্ত কৰিবৰ কাৰণেই জীৱই সদায় চেষ্টা কৰিব লাগে। শঙ্কৰদেৱে ভক্তিকেই মুক্তিৰ উপায় বুলি দৰ্শাইছে। ঈশ্বৰভক্তিৰ ফলত জ্ঞান অৰ্থাৎ পৰম জ্ঞান ওপজে আৰু জ্ঞানৰ ফলতেই মুক্তি হয়। ইয়াত জ্ঞানক ভক্তিৰ এটা আনুষঙ্গিক ফল বা স্বাভাৱিক পৰিণতি বুলি মানি লোৱা হৈছে আৰু জ্ঞানৰপৰাও মুক্তি স্বতঃসিদ্ধভাৱে আহি পৰে। কিন্তু আদৰ্শ ভক্তই নিৰ্বাণ বা কোনো ধৰণৰ মোক্ষকেই নিবিচাৰে বা নলয় এই বুলিয়েই যে তেওঁ ভগৱন্তৰপৰা অখণ্ড ভক্তিৰ অধিকাৰহে প্ৰাৰ্থনা কৰে ; আৰু কেৱল মায়া, মন আৰু অহংকাৰৰ কবলৰপৰা মুক্ত হোৱাটোহে কামনা কৰে।

'ভাগৱতপুৰাণ'ত থকাৰ দৰে ভক্তিৰসান্বিত সাংখ্য আৰু যোগদৰ্শনৰ শৰীৰতত্ত্ব আৰু মনস্তত্ত্বও শঙ্কৰদেৱে মানি লৈছিল আৰু ভক্তিপথৰ সহায়ৰূপে এই দুইবিধ দৰ্শন তেওঁ ব্যাখ্যা কৰি গৈছে।

ইয়াৰ আগতে ভাৰতীয় দৰ্শনৰ কোনো এটা মাৰ্গয়ে অসমৰ মানুহৰ মনত গভীৰ প্ৰভাৱ পেলাইছিল যেন নালাগে। কিন্তু বৈষ্ণৱধৰ্ম প্ৰচাৰৰ লগে লগে বেদান্ত দৰ্শন তেওঁলোকৰ মজ্জাগত হৈ পৰিল, লগতে এটা উমৈহতীয়া সম্পত্তিৰ দৰে হৈ পৰিল। তেওঁলোকৰ গীত-পদবিলাক সাধাৰণ নিৰক্ষৰ লোকৰ কাৰণেও ৰচনা কৰিছিল বাবে শঙ্কৰদেৱ, মাধৱদেৱ আৰু আনসকলে যদিও সাধাৰণতে দৰ্শনৰ নীৰস যুক্তি-তৰ্কবিলাকক নিজৰ সাহিত্যৰপৰা আঁতৰ কৰি ৰাখিছিল তথাপি তেওঁলোকে বহুতো ঠাইত বেদান্ত-দৰ্শনৰ মতবিলাকো সহজ সৰল সুৱদি পদত এনেভাৱে প্ৰকাশ কৰিছে যে সাধাৰণ সত্ৰীয়া ভকত এজনেও সংসাৰৰ ক্লেশত জৰ্জৰিত বাইজে সান্ত্বনা আৰু জ্ঞান লাভ কৰিব পৰাকৈ মুখে মুখেই এই দৰ্শনৰ তত্ত্ববিলাক ব্যাখ্যা কৰিব পাৰে।

৭

# সাহিত্যৰ সোণালী যুগ

শঙ্কৰদেৱৰ ধৰ্ম-আন্দোলনৰ লগে লগেই অসমত এক বিশাল সাহিত্যও বিকশিত হৈ পৰিছিল। শঙ্কৰদেৱ আৰু মাধৱদেৱে নিজেই বহুসংখ্যক গীত, নাট, কাব্য আৰু আন আনুষঙ্গিক সাহিত্য ৰচনা কৰিছিল। সেইবিলাকৰ মাজেদি তেওঁলোকে প্ৰচাৰ কৰিব খোজা ধৰ্মৰ মতবিলাক ব্যাখ্যা কৰি সহজ সৰল ৰূপত ডাঙি ধৰিছিল। অনন্ত কন্দলি, ৰাম সৰস্বতী, বৈকুণ্ঠনাথ কবিৰত্ন, শ্ৰীধৰ কন্দলি, ভৱানীপুৰীয়া গোপালদেৱ, ৰামচৰণ ঠাকুৰ, দৈত্যাৰি ঠাকুৰ, গোপালচৰণ দ্বিজ আদি এদল কবি, সাহিত্যিক আৰু পণ্ডিতে ভক্তিবাদৰ আদৰ্শেৰে অনুপ্ৰাণিত হৈ এক শক্তিশালী সাহিত্য-আন্দোলন গঢ়ি তুলিছিল। এই যুগটো আছিল কেৱল এটা আদৰ্শৰ যুগ, সেইটো হ'ল ভক্তিৰ আদৰ্শ ; এইটো আছিল কেৱল এজন দেৱতাৰ যুগ, তেওঁ হ'ল বিষ্ণু-কৃষ্ণ ; এই যুগত কেৱল এজনৰহে নেতৃত্ব চলিছিল, তেওঁ আছিল শঙ্কৰদেৱ ; এই যুগটো আছিল কেৱল এখন গ্ৰন্থৰ যুগ আৰু সেইখন হ'ল 'ভাগৱতপুৰাণ'। প্ৰায় ধৰা-বন্ধা ভাবেই কোনোবা বৈষ্ণৱ গ্ৰন্থৰপৰাই গ্ৰহণ কৰা আন সকলোবিলাক বিষয়কো 'ভাগৱতপুৰাণ'ৰ আদৰ্শৰ অনুকূলেই প্ৰকাশ কৰা হৈছিল। বৈষ্ণৱ সাহিত্যিকসকল এইদৰে শাস্ত্ৰৰ অনুমোদনৰ ওপৰত নিৰ্ভৰ কৰি চলিব লগা হোৱাৰ ফলত তেওঁলোকৰ সৃজনী শক্তি সীমায়িত হৈ পৰিছিল আৰু তেওঁলোকৰ কবি-প্ৰতিভাও নিয়ন্ত্ৰিত হৈ পৰিছিল। তথাচ কেৱল শঙ্কৰদেৱ আৰু মাধৱদেৱৰ ৰচনাই ভালেখিনি হৈছিল গৈ। মূল গ্ৰন্থৰ তাৎপৰ্য আৰু সৌন্দৰ্য অক্ষুণ্ণ ৰখাৰ অসাধাৰণ ক্ষমতাৰ লগে লগে মাজে মাজে মৌলিক কল্পনাৰ বিকাশে সেইবিলাকত এক বৈশিষ্ট্যৰ সৃষ্টি কৰিছিল। তেওঁলোকৰ ৰচনাৱলীয়েই ভক্তিবাদৰ প্ৰচাৰৰ এটা প্ৰধান আহিলা হৈ পৰিছিল আৰু ৰাইজে সেইবিলাকৰপৰা ৰসাস্বাদন আৰু জ্ঞান উভয়কে লাভ কৰিব পাৰিছিল। 'ভাগৱত পুৰাণ'ৰ বাৰটা স্কন্ধৰ ভিতৰত শঙ্কৰদেৱে আঠোটা স্কন্ধৰ ভাঙনি কৰিছিল বুলি শুনা যায়। তাকো যথেষ্ট বাধাৰ সন্মুখীন হৈ হে কৰিব পাৰিছিল। আমি জানো যে উত্তৰ ভাৰতৰ ৰামানন্দয়ে আধুনিক ভাৰতীয় ভাষাত প্ৰচাৰ কাৰ্য কৰাৰ বিষয়ত বাট দেখুৱাই দিয়ে। উত্তৰাধিকাৰসূত্ৰে শঙ্কৰদেৱে তেওঁৰ পূৰ্বৰ কবিসকলৰপৰা পাইছিল লালিত্যপূৰ্ণ সৌষ্ঠৱপূৰ্ণ এটা সাহিত্যিক ভাষা আৰু কেইটামান ছন্দৰ আদৰ্শ। শঙ্কৰদেৱৰ ঠিক আগৰ যুগটোত কাহিনী-সাহিত্যৰ প্ৰতিহে অধিক সমাদৰ দেখা পোৱা গৈছিল আৰু সেই যুগতে 'ৰামায়ণ' আৰু 'মহাভাৰত'– এই দুখন ঘাই মহাকাব্য আৰু কেইখনমান পুৰাণৰ কেইটামান অধ্যায় অসমীয়ালৈ ভাঙনি কৰা হৈছিল। কিন্তু এই যুগটোত নিৰ্দিষ্ট কোনো আদৰ্শৰদ্বাৰা অনুপ্ৰাণিত কোনো সাহিত্য আন্দোলনে গঢ় লৈ উঠা নাছিল। শঙ্কৰদেৱৰ যুগতহে সাহিত্য

আৰু সংস্কৃতিৰ এটা নৱন্যাসৰ আৰম্ভ হয়।

অসমীয়া কাব্যৰ আগৰ যুগটোত কাহিনী সাহিত্যৰ প্ৰতি যি ধাউতি দেখা পোৱা গৈছিল শঙ্কৰদেৱৰ 'হৰিশ্চন্দ্ৰ উপাখ্যান' আৰু 'ৰুক্মিণীহৰণ কাব্য'তো সেই একে ধৰণৰ ধাউতিকে দেখা পোৱা যায়। 'ভাগৱতপুৰাণ' আৰু আন 'পুৰাণবিলাক' অসমীয়ালৈ অনুবাদ কৰাৰ সময়ত সাহিত্যৰ ৰূপ-তত্ত্বৰ প্ৰতি লক্ষ্য ৰখা নহৈছিল আৰু সেইবিলাক ঠায়ে ঠায়ে "কোনো নিৰ্দিষ্ট গঢ় নোহোৱা ৰচনা" হৈ ৰৈছে, কিন্তু তাৰ মাজে মাজে ভক্তিৰ যি উপদেশ দিয়া হৈছে সি কেতিয়াও হেৰাই যাব নোৱাৰে। 'ভক্তি প্ৰদীপ' নামৰ গ্ৰন্থত আন দেৱ-দেৱীৰ পৰিৱৰ্তে কৃষ্ণৰ ভক্তিত গুৰুত্ব আৰোপ কৰা হৈছে। শঙ্কৰদেৱৰ সকলোবিলাক ৰচনাৰ ভিতৰত প্ৰধান আৰু আটাইতকৈ জনপ্ৰিয় গ্ৰন্থ 'কীৰ্তন ঘোষা'ৰ ২৫ টা খণ্ডৰ প্ৰত্যেকটোতে ঘোষাৰে সৈতে যিবিলাক পদ দিয়া আছে সেইবিলাকৰ মাজেদি একোটি কাহিনী নাইবা একোটি আন বিষয়বস্তু বিবৃত হৈছে। 'অনাদিপাতন' নামৰ গ্ৰন্থত জ্যোতিষ-তত্ত্ব, সৃষ্টি-তত্ত্ব দৰ্শন আৰু ধৰ্ম-তত্ত্বৰ বিষয়ে কোৱা হৈছে। ঝুমুৰি ছন্দৰ ছযটা কীৰ্তনেৰে সৈতে 'গুণমালা'খন এখন সৰু পুথি, তাৰ মাজেদি ক্ষীপ্ৰ কল্পনা আৰু সূক্ষ্ম প্ৰকাশভঙ্গীৰ প্ৰতিভা ফুটি ওলাইছে।

শঙ্কৰদেৱ আৰু মাধৱদেৱৰ কিছুমান ৰচনা পৰস্পৰে পৰিপূৰক ধৰণৰ। মাধৱদেৱে 'ৰামায়ণ'ৰ আদিকাণ্ডৰ অনুবাদ কৰিছিল আৰু শঙ্কৰদেৱে মধ্যৱৰ্তী উপাখ্যানসমূহ আঁতৰাই থৈ উত্তৰাকাণ্ড অসমীয়া পদত কৰিছিল। তাৰ পিছত এই দুযো কাণ্ডকে পূৰ্বকৰি মাধৱ কন্দলিয়ে অনুবাদ কৰা মূল চাৰিটা কাণ্ডৰ সৈতে যোগ দিছিল। শঙ্কৰদেৱে ৩৪ টি গীত ৰচনা কৰিছিল। সেইবিলাকেই পিছলৈ বৰগীত বুলি জনাজাত হৈছিল। মাধৱদেৱে তাৰে পৰিপূৰকৰূপে আৰু ১৫৭ টি বৰগীত ৰচনা কৰিছিল। শঙ্কৰদেৱৰ গীতবিলাকত মানৱৰ কৰ্ম-প্ৰচেষ্টাৰ অসাৰতাৰ কথা কোৱা হৈছে আৰু শ্ৰোতাসকলক ভক্তিৰ উপাদেয়তা বুজাই দিয়া হৈছে। তাৰে কিছুমান নিভাঁজ প্ৰাৰ্থনা-গীতৰূপে প্ৰকাশ পাইছে আৰু আন কিছুমানত উপদেশমূলক কথাও সোমাই আছে। মাধৱদেৱৰ গীতবিলাকে কিন্তু এটা উন্মুক্ত পৰিৱেশৰ মাজত বিকাশ লাভ কৰিছে। শিশু-কৃষ্ণৰ চৰিত্ৰ-ৰূপায়ণ আৰু যশোদাৰ শাশ্বত মাতৃৰ ৰূপত ফুটাই তোলাৰ ক্ষেত্ৰত এই গীতবিলাক অনন্য। দুয়োজনা গুৰুৱেই আৰাধ্য ভগৱানৰ স্তুতিৰূপে 'ভটিমা' নামৰ আন কিছুমান গীত ৰচনা কৰিছিল। লগতে শঙ্কৰদেৱে ৰজা নৰনাৰাযণৰ স্তুতিৰে দুটি ভটিমা আৰু মাধৱদেৱে এটি গুৰু ভটিমাও ৰচনা কৰিছিল । তেওঁলোক দুয়োজনে যিবিলাক নাটক (অঙ্গ বা নাট বা নাটক বা সাধাৰণতে অঙ্কীয়া নাট বুলি জনাজাত) ৰচনা কৰিছিল সেইবিলাকৰ নিজৰে এটা স্বকীয় বৈশিষ্ট্য আছে আৰু সংস্কৃত, প্ৰাকৃত বা আন কোনো সাহিত্যতে আৰ্হিৰূপে তাৰ তুলনা পাবলৈ নাই। এইবিলাক নাটকত অঙ্ক বা দৃশ্যৰ বিভাগ নাই। সংস্কৃত নাটকৰপৰা লোৱা সূত্ৰধাৰজনেই ইয়াত ঘাই চৰিত্ৰ। তেৱেঁই গীত, নৃত্য আৰু ব্যাখ্যানৰ সহায়ত সমগ্ৰ অভিনয় পৰিচালনা কৰে। এই নাটবিলাক এটা কৃত্ৰিম সাহিত্যিক-

ভাষাত ৰচিত হৈছিল। বৰগীত আৰু ভটিমাবিলাকতো এই ভাষাকে প্ৰযোগ কৰা হৈছিল। অসমীয়া, মৈথিলী, হিন্দী আৰু অন্যান্য কিছুমান উপাদানৰ সামান্য স্পৰ্শৰ অদ্ভুত সংমিশ্ৰণত গঢ় লোৱা এই ভাষাটোৱেই পিছলৈ ব্ৰজাৱলী ভাষা বা ব্ৰজবুলি বুলি জনাজাত হৈছিল। সম্ভৱতঃ ইয়াৰে কিছুদিন পিছত বঙ্গ আৰু উৰিষ্যাৰ বৈষ্ণৱ পদাৱলীৰ ৰচকসকলেও প্ৰায় একে ধৰণেৰে এটা ভাষাৰ প্ৰয়োগ কৰিছিল। শঙ্কৰদেৱে মুঠতে ছখন অঙ্ক ৰচনা কৰি থৈ গৈছে ঃ 'পত্নীপ্ৰসাদ', 'কালীদমন', 'কেলিগোপাল', 'ৰুক্মিণীহৰণ', 'পাৰিজাতহৰণ' আৰু 'ৰামবিজয়'। নাটকীয় কৌশলৰ ক্ষেত্ৰত সৰুজনা কৰি মাধৱদেৱৰ গুৰুৰে সৈতে কিছু পাৰ্থক্য আছিল। তেওঁ ৰচনা কৰা ঝুমুৰা নামৰ সৰু সৰু অঙ্কবিলাক অধিক পৰিমাণে অপেৰাৰ নিচিনাহে। গীতবিলাকৰ দৰে নাটবিলাকতো আন বিষয়তকৈ বৃন্দাবনৰ কৃষ্ণক লৈহে তেওঁ অধিক ব্যস্ত। 'অৰ্জুনভঞ্জন', 'চোৰধৰা', 'পিম্পৰা গুচুৱা', 'ভূমি লুটিযা' আৰু 'ভোজন ব্যৱহাৰ' তেওঁ ৰচনা কৰিছিল। 'ব্ৰহ্মা মোহন', 'ভূষণ হৰণ', 'ৰাম ঝুমুৰা' আৰু 'কোটোৰা খেলোৱা' নামৰ আৰু চাৰিখন নাট তেওঁ ৰচনা কৰা বুলি কোৱা হয। যুধিষ্ঠিৰৰ ৰাজসূয়ৰ বৰ্ণনা থকা নিচেই সামান্য এছোৱাহে তেওঁ ভাগৱত'ৰ দশম স্কন্ধৰপৰা অনুবাদ কৰিছিল। কিন্তু এই মহাপুৰুষ কৱিজনাৰ অসমীযা কাব্য আৰু চিন্তাৰাজ্যলৈ আটাইতকৈ মহৎ দান হ'ল 'নামঘোষা'। এই কাৱ্যতেই তেওঁৰ আধ্যাত্মিক অনুভূতিযেও সৰল আৰু সুৰীয়া ভাষাৰে অনন্যসাধাৰণ ভাবে প্ৰকাশ পাইছে।

বৈষ্ণৱ আন্দোলনৰ ছাঁত এইদৰে যি এটা সাহিত্য গঢ়ি উঠিছিল তাৰ ভিতৰত 'ভগৱদ্‌গীতা', 'ভাগৱত' আৰু অন্যান্য পুৰাণ আৰু 'গীতগোবিন্দ'ৰপৰা বহুতো অনুবাদ আৰু ভাবানুবাদো সোমাই আছে। অলপ দিনৰ ভিতৰতেই গুৰুসকলৰ ক্ৰিয়াকলাপকে কেন্দ্ৰ কৰি সমগ্ৰ বৈষ্ণৱ আন্দোলনৰ বিশদ বিৱৰণেৰে সৈতে এটা চহকী চৰিত সাহিত্যও গঢ়ি উঠিছিল। 'মহাভাৰত'ৰ অসমীযা অনুবাদত, তাৰে বিশেষকৈ ৰামসৰস্বতীয়ে কৰা অনুবাদত মূলৰ লগতে বহুতো নতুন কথাৰ যোগ দিযা হৈছিল। ৰামসৰস্বতীৰ 'ভীমচৰিত' আৰু শ্ৰীধৰ কন্দলিৰ 'কাণখোৱা'ত সম্পূৰ্ণ মৌলিক কাহিনীৰ অৱতাৰণা কৰা দেখা যায , সম্ভৱতঃ লোক-সাহিত্যৰ বিষযবস্তু আৰু ৰচনা-ৰীতি এই উভযৰদ্বাৰাই কাব্য দুখন অনুপ্ৰাণিত হৈছিল।

শঙ্কৰদেৱ আৰু মাধৱদেৱৰ ব্ৰজবুলি গদ্যৰ পিছতে বৈকুণ্ঠনাথ কবিৰত্নৰ 'ভাগৱতকথা' (আনুমানিক ১৫৯৪-৯৬) আৰু 'গীতাকথা' (আনুমানিক ১৫৯৭ ৯৮) আৰু গোপালচৰণ দ্বিজৰ 'ভক্তিৰত্নাকৰকথা'ত (আনুমানিক ১৬০০) এক ছন্দোময গদ্যৰীতিয়ে প্ৰকাশ পালে। এই পুথি কেইখনতো ৰচক দুজনে কৱি দুজনাৰ সাহিত্যিক ভাষাকে প্ৰয়োগ কৰিছিল। গাম্ভীৰ্যপূৰ্ণ ঠাঁচৰ এটা অধিক যথাৰ্থ গদ্যই প্ৰকাশ পালে অজ্ঞাত ৰচকৰ বৈষ্ণৱ চৰিতসমূহত। দৈনন্দিন ব্যৱহাৰৰ বাস্তৱিক গদ্যত ৰচিত আহোম বুৰঞ্জীবিলাকৰ ৰচনাৰে প্ৰায় একে সময়ৰপৰাই চৰিত পুথিবিলাক ৰচিত হ'বলৈ ধৰিছিল। সময়ৰ ফালৰপৰা চাবলৈ গ'লে

আধুনিক ইন্দো-আৰ্য ভাষা-গোষ্ঠীৰ একেবাৰে পূৰ্বাঞ্চলৰ এটা শাখাত এই গদ্য-সাহিত্যৰ আৰম্ভণ বাস্তৱিকতে এটা গুৰুত্বপূৰ্ণ কথা।

অসমত কোনো কোনো বৈষ্ণৱৰ মাজত এনে প্ৰথা আছিল যে, গুৰুসকলৰ দৰে এখন নাট ৰচনা নকৰালৈকে কোনেও সত্ৰাধিকাৰ পদৰ কাৰণে উপযুক্ততাৰ দাবী কৰিব নোৱাৰিছিল। এই প্ৰথাৰ ফালত এটা সবল নাট্য-আন্দোলন গঢ়ি উঠিছিল যদিও সকলো ঠাইতে গুৰুসকলে ৰচনা কৰা নাটকৰ অভিনয়কহে অধিক মূল্য দিয়া হৈছিল। 'বৰগীত' আৰু 'নামঘোষা'ৰ ধৰণৰ বহুতো গীত-মাত এই সত্ৰাধিকাৰসকলৰদ্বাৰা ৰচিত হৈছিল। অৱশ্যে সৰহ ক্ষেত্ৰতে শঙ্কৰদেৱ আৰু মাধৱদেৱৰ পিছৰ যুগৰ নাটক আৰু গীতবিলাকৰ কোনো উল্লেখযোগ্য সৌন্দৰ্য প্ৰকাশ পোৱা দেখা নাযায়। বৈষ্ণৱ-কাব্যৰ আদৰ্শক ইমান সাৰ্বজনীনভাবে স্বীকাৰ কৰি লোৱা হৈছিল যে, ১৮শ আৰু ১৯শ শতিকাৰ শাক্ত-সাহিত্য আৰু আহোম আৰু কোচৰ ৰাজনৈতিক বুৰঞ্জীবিলাকো সেই কাব্যৰ আৰ্হিতে ৰচনা কৰা হৈছিল।

৮

# ললিতকলাৰ সোণালী যুগ

**শাস্ত্রীয় সঙ্গীতৰ ঐতিহ্য ঃ**

ভক্তিৰ অনুভূতি-প্ৰৱণতাই সমগ্ৰ ভাৰততে কৱিসকলক গীত ৰচনাৰ কাৰণে অনুপ্ৰাণিত কৰিছিল আৰু আৰাধনাৰ প্ৰধান মাধ্যমৰূপে প্ৰাৰ্থনাৰ ওপৰত যি গুৰুত্ব দিয়া হৈছিল সিয়েই লোক-সঙ্গীতৰ পৃষ্ঠপোষকতা কৰিছিল। এইটো লক্ষ্য কৰিব লগীয়া যে দেশৰ বহুতো ঠাইত ভক্তি-আন্দোলনে ঘাইকৈ ধ্ৰুপদ-গীতৰ চৰ্চা বঢ়াই তুলিছিল। অসমতো নব্য-বৈষ্ণৱ আন্দোলনৰ ফলত সঙ্গীতৰ বহুল চৰ্চা হ'বলৈ ধৰিলে। সাংগীতিক গুণ আৰু বিচিত্ৰতাৰ বিষয়ত অসমৰ বৈষ্ণৱ-সঙ্গীত যথেষ্ট চহকী আৰু জাকত-জিলিকা।

শঙ্কৰদেৱে নিজেই প্ৰৱৰ্তন কৰা এই বৈষ্ণৱ সঙ্গীতৰ বিভিন্ন প্ৰকাৰৰ ভিতৰত ভাৰতীয় শাস্ত্ৰীয় সঙ্গীতৰ ৰাগ-ৰাগিণীৰ ওপৰত ভিত্তি কৰি গোৱা দুবিধ গীত হৈছে বৰগীত আৰু অঙ্কীয়া গীত বা অঙ্ক বা নাটকৰ গীত। এই দুবিধ গীতৰ প্ৰথমতেই ৰাগৰ উল্লেখ কৰা থাকে , সকলোবোৰ অঙ্কীয়া গীত আৰু কেৱল তিনিটা বৰগীতত তালৰো নাম দিয়া নহয়। কোনো এজন ভক্তই যেতিয়া ৰাইজৰ নাম-ঘৰতে হওক অথবা ঘৰৰ গোসাঁই ঘৰতে হওক বৰগীত গাই ভকতি প্ৰকাশ কৰিব লগীয়া হয় তেতিয়া সাধাৰণতে তেওঁৰ তালৰ নিয়ন্ত্ৰণ নাথাকে। অন্যান্য ক্ষেত্ৰত আৰু বিশেষকৈ সমজুৱা নাম-কীৰ্তনত বৰগীত গাব লগা হ'লে তাল দি গোৱা হয়। দক্ষিণ ভাৰতৰ তেৱৰমৰ (৭ম-৯ম শতিকা) দৰেই অসমীয়া বৈষ্ণৱ-সঙ্গীতৰ ক্ষেত্ৰতো কোনো এটা বিশেষ তালক বিশেষ ৰাগৰ সৈতে সাঙুৰিহে উল্লেখ কৰা হয়। সেই কাৰণে বেলোৱাৰ ৰাগৰ উল্লেখ কৰিব লগা হ'লেই ৰূপক-বেলোৱাৰ বোলা হয়, কিয়নো বেলোৱাৰ ৰাগ প্ৰায়ে ৰূপক তালতে গোৱা হয়। আনহাতে, এনে দৃষ্টান্তও আছে য'ত একেটা ৰাগতে গীত এটা গাবৰ সময়তে কেইবাখনো তাল প্ৰয়োগ কৰা হয। প্ৰত্যেক গীতৰে দ্বিতীয় পংক্তিৰ শেষত 'ধ্ৰুং' শব্দটো থাকে। ইয়াৰ অৰ্থ এয়ে যে এই প্ৰথম দুশাৰী গোটখাই ধ্ৰুৱ বা ঘোষা হ'ল আৰু তাক অনুগামী পদবিলাক গোৱাৰ মাজে মাজে দোহাৰিব লাগে। পদৰ একেবাৰে শেষৰ ফাঁকিত কৱিজনাৰ নিজৰ নাম উল্লেখ কৰা থাকে।

কোনো কোনো লোকে প্ৰায় লক্ষ্যহীন ভাবেই অসমৰ এই ৰাগ-সঙ্গীতৰ বেলেগ বেলেগ সঙ্গীতধাৰাত অন্তৰ্ভুক্ত কৰিবলৈ চেষ্টা কৰা দেখা যায়। কোনো কোনোৱে ইয়াক প্ৰবন্ধ-সঙ্গীতৰ ভিতৰত আৰু আন আন কোনোৱে ধ্ৰুপদৰ ভিতৰত ধৰিব খোজে। আকৌ আন কোনো কোনোৱে ইয়াক একেবাৰে স্বতন্ত্ৰ বেলেগ এটা সম্প্ৰদায় বুলি কল্পনা কৰে। সঙ্গীতশাস্ত্ৰবিলাকত উল্লেখ থকাৰ দৰে আজিকালি প্ৰায় দুষ্প্ৰাপ্য হৈ পৰা প্ৰবন্ধ-গীতবিলাকও উদ্‌গ্ৰাহ,

ধ্রুৱ; মেলাপক, অন্তৰা আৰু আভোগ আদি বহুতো অংশ থাকে। ঘোষাৰ পিছত থকা ধ্রুং শব্দটোৱে প্রৱন্ধ গীতৰ ধ্রুৱ অংশলৈ আঙুলিয়াই দিয়ে যেন লাগে। কিন্তু এই বিষয়ে অধিক ভাবি চাবৰ থল আছে। আনহাতে আকৌ ধ্রুপদ সম্প্রদাযৰ পাতনি হৈছিল আকবৰৰ সমসাময়িক মানসিংহ তোমৰৰ ৰাজত্বকালত। তদুপৰি, এইবিধ সঙ্গীতৰ কলা-কৌশল অসমৰ ৰাগ-সঙ্গীতৰ লগত নিমিলেও। হিন্দুস্থানী বা কৰ্ণাটকী সঙ্গীত ধাৰাৰে সৈতে নো এইবিধ সঙ্গীতৰ কি সম্পৰ্ক তাকো ভাল দৰে নিৰ্ণয় কৰা হোৱা নাই। দেখাত এনে বহুতো ৰাগৰ নাম আছে যিবিলাক এই কেউ সম্প্রদাযতে অথবা তাৰে অন্ততঃ দুটা সম্প্রদায়ত দেখিবলৈ পোৱা যায়। ধনশ্ৰী ৰাগৰ বৰগীত এটা উত্তৰ ভাৰতৰ ভীমপলাসী আৰু দক্ষিণ ভাৰতৰ আভেৰী যেন লাগিব পাৰে। অসমীয়া কল্যাণ এটা উত্তৰ ভাৰতৰ শুদ্ধ কল্যাণেৰে একে হ'ব পাৰে। কিন্তু এই সকলো বিষযৰে শেষ সিদ্ধান্ত নিৰ্ভৰ কৰিছে বিশেষজ্ঞৰ গবেষণাৰ ওপৰতহে।

বৰগীত বা অঙ্কীযা গীত এটা সম্পূৰ্ণ বিস্তাৰেৰে সৈতে গালে তাত ৰাগ আলাপ বা অনিবদ্ধ আৰু গীত বা নিবদ্ধ এই দুয়োটা সচৰাচৰ ভাগকে গোৱা হয। সাধাৰণতে ৰাগ দিযা বা ৰাগ টনা বুলি জনাজাত আলাপ অংশত স্বৰগ্ৰামৰ স্বৰ কেইটাৰ সলনি ৰাম, হৰি, গোৱিন্দ আদি পদবিলাক গোৱা হয। আলাপ অংশত সাধাৰণতে চাৰিটা ভাগ। তাৰে তৃতীয় ভাগটোক তোলনী (য'ত স্বৰটো উচ্চ স্তৰলৈ তোলা হয়) বোলা হয়। বাকী ভাগ কেইটাৰ নাম নাই। এই চাৰিটা ভাগক শাস্ত্রীয সঙ্গীতৰ অস্থায়ী, অন্তৰা, সঞ্চাৰী আৰু আভোগ নামৰ ভাগ চাৰিটাৰ সৈতে তুলনা কৰিব পাৰি। আলাপৰ পিছতেই তাল ৰাখি পদ গোৱা হয। তালৰ আকৌ দুটা ভাগ-- এটা মূল বাজনা বা গা-মান (যিটো মূল ভাগ) আৰু আনটো হ'ল ঘাত (অৰ্থাৎ তালৰ মূল ভাগটোৰে খৰ বাজনা)। পদৰ গীত গোৱাৰ লগে লগে খোল বা মৃদঙ্গ আৰু তালত গা-মান বজোৱা হয়। গীতৰ মাজে মাজে গায়কজন যেতিযা ৰয় তেতিযা খোল বা মৃদঙ্গ বজোৱাজনে ঘাত বজায়।

ভাৰতীয় সঙ্গীতৰ ইতিহাসৰ আদিম যুগৰপৰাই ৰাগ-ৰাগিণীবিলাকক মানুহৰ ৰূপত কল্পনা কৰিবলৈ চেষ্টা চলি আহিছে। ৰাগবিলাক দেৱতাৰ শাৰীলৈ নিবৰ কাৰণে কৰা চেষ্টাই ১৬শ শতিকাত গৈ এটা নিৰ্দিষ্ট ৰূপ লয় আৰু উত্তৰ ভাৰতৰ ৰাগমালা চিত্ৰবিলাকৰদ্বাৰা এনে কল্পনা বিশেষভাৱে জনপ্রিয় হৈ পৰে। অসমতো ৰাগ-মালিতাবিলাকৰ (ৰাগৰ উৎপত্তিৰ বৰ্ণনাৰে সৰু সৰু কবিতা) মাজেৰে ৰাগবিলাকক তেনে দৃষ্টিতে চাবলৈ বিচৰা হৈছিল।

ভাৰতীয় সঙ্গীতজ্ঞ আৰু সঙ্গীতশাস্ত্ৰকাৰসকলে দিনটোৰ আঠোটা প্ৰহৰৰ কাৰণে বেলেগে বেলেগে ৰাগ-ৰাগিণী নিৰ্দিষ্ট কৰি দিছে। এই দৰে কোন প্ৰহৰত কি ৰাগ হ'ব

সেই বিষয়ে অৱশ্যে শাস্ত্ৰকাৰসকলৰ মতানৈক্যও দেখা যায়। সত্ৰৰ ওজা-গায়নসকলেও নিজৰ ধৰণেৰে তেনে দৰে প্ৰহৰ অনুযায়ী ৰাগ-ৰাগিণীবিলাকক ভাগ কৰি লৈছিল। উদাহৰণস্বৰূপে পূৰ্ৱী বা পূৰৱী নামৰ যিটো ৰাগ সাধাৰণতে সন্ধ্যা সময়ৰ ৰাগ বুলিহে জনাজাত তাক এইসকল ওজা-গায়নে নিচেই পুৱাৰ কাৰণে নিৰ্দিষ্ট কৰি দিছে।

অসমৰ সঙ্গীতৰ বিষয়ে আজিলৈকে কোনো বৈজ্ঞানিক গ্ৰন্থ আৱিষ্কৃত হোৱা নাই। তালৰ বিষয়ে 'বাদ্য-প্ৰদীপ' নামৰ এখন হে ছিগা-ভগা পুথি বৰ্তমান লেখকেই আৱিষ্কাৰ কৰি সম্পাদনা কৰি উলিয়াইছে।

**শাস্ত্ৰীয় নৃত্যৰ ঐতিহ্য ঃ**

যিজনা শঙ্কৰদেৱে পিতৃ কুসুম্বৰক গন্ধৰ্বৰ অৱতাৰ বুলি উল্লেখ কৰি গৈছে তেওঁ ভাৰতীয় শাস্ত্ৰীয় নৃত্যৰো এটা চহকী ধাৰাৰ প্ৰৱৰ্তন কৰি থৈ গৈছে। এই নৃত্যধাৰাৰ কিছুমান কথা মণিপুৰী নৃত্যধাৰাৰে সৈতে মিলে। চাৰিটা সৰ্বভাৰতীয় নৃত্য সম্প্ৰদায়ৰ অন্যতমৰূপে মণিপুৰী নৃত্যধাৰাটোক স্বীকাৰ কৰা হয়। কিন্তু সত্ৰীয়া নৃত্যৰ ওপৰত মণিপুৰী নৃত্যৰ প্ৰভাৱ পৰাতকৈ মণিপুৰীৰ ওপৰত সত্ৰীয়া নৃত্যৰ প্ৰভাৱ পৰাটোহে সহজে অনুমেয়, কিয়নো সত্ৰীযা নৃত্যধাৰা মণিপুৰী ধাৰাতকৈ আগতে আৰম্ভ হৈছিল, কাৰণ যি বৈষ্ণৱধৰ্মৰ লগত মণিপুৰৰ শাস্ত্ৰীয় নৃত্য জড়িত সেই বৈষ্ণৱধৰ্ম ১৮শ শতিকাত হে মণিপুৰত প্ৰৱৰ্তিত হৈছিল। সত্ৰীযা নৃত্যধাৰাৰ উৎপত্তিৰ হকে কি কি উপাদানে ইন্ধন যোগাইছিল জনা নাযায়। আধুনিকসকলৰ পৰা যথেষ্ট অৱহেলা পোৱা সত্ত্বেও এই নৃত্যসমূহত আজিও বহুত ধৰণৰ হস্তমূদ্ৰা, বিভিন্ন সূক্ষ্ম ভঙ্গিমা, বিশিষ্ট ধৰণৰ সাজপাৰ আৰু নানা ধৰণৰ মুখাৰ প্ৰয়োগ দেখা যায়। খোল বা মৃদঙ্গ, বিভিন্ন ধৰণৰ তাল, আনুষঙ্গিক ৰাগ আৰু অন্যান্য গীতৰ ওপৰত এই নৃত্যৰ সঙ্গীত নিৰ্ভৰ কৰে। সত্ৰবিলাকত ভকতনী থকাৰ ব্যৱস্থা নাই কাৰণে এই নৃত্য-সম্প্ৰদায়ত কোনো তিৰুতা মানুহকে নৰ্তকী বা অভিনেত্ৰীৰূপে ভাগ লবলৈ দিয়া নহয়। গাঁৱৰ অভিনযবিলাকতো ল'ৰাবিলাকেই তিৰুতা মানুহৰ ভাও লয়।

ঘাইকৈ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ অঙ্কীয়া নাটবিলাকক কেন্দ্ৰ কৰিয়েই এই সত্ৰীয়া নৃত্যবিলাক চলিছিল। এই নাটবিলাক আৰু আন আন বৈষ্ণৱ নাটবিলাকো অভিনয়ৰ সময়ত ঘাইকৈ নৃত্য আৰু সঙ্গীতৰূপেই দেখা পোৱা যায়। অভিনয়ৰ গৰাকী অৰ্থাৎ সূত্ৰধাৰ বা সূত্ৰধাৰী, নায়ক কৃষ্ণ বা ৰাম আৰু নাৰী চৰিত্ৰবিলাক অৰ্থাৎ বৃন্দাবনৰ গোপীসকলৰ নৃত্য 'টাইপ্' বা সাঁচত গঢ়া ধৰণৰ। ইয়াৰ উপৰিও উল্লেখযোগ্য নৃত্যবিলাক হ'ল যুদ্ধৰ নৃত্য আৰু ধেমালি নামৰ প্ৰাৰম্ভিক বাদ্যৰ সৈতে কৰা নৃত্য। (ধেমালি নামটো সম্ভৱতঃ সংস্কৃত পূৰ্বৰঙ্গ পদটোৰে চতুৰ অনুবাদ)।

**চিত্ৰাঙ্কণৰ অসমীয়া সম্প্ৰদায় ঃ**

যি বিভিন্ন মাধ্যমেৰে নব্য-বৈষ্ণৱ আন্দোলনে বিকাশ লাভ কৰিছিল তাৰ মাজৰে অন্যতম হ'ল চিত্ৰকলা। বৈষ্ণৱ গ্ৰন্থসমূহ আৰু তুলসীদাসৰ 'ৰামচৰিত মানস', জয়দেৱৰ 'গীতগোবিন্দ', প্ৰাচীন গুজৰাটী 'বসন্তবিলাস' আদি গ্ৰন্থসমূহৰ পুথিবিলাক চিত্ৰিত কৰিবলৈ চিত্ৰকৰ নিয়োগ কৰা হৈছিল। ৰাধা-কৃষ্ণৰ কাম-কেলিৰ-দৰে বিষয়বিলাকৰ ক্ষেত্ৰত এই চিত্ৰকৰসকলে বিত্তৰ সৃষ্টি কৰি থৈ গৈছে। মূল সংস্কৃত, সটীক সংস্কৰণ বা অনুবাদ— এইবিলাকৰ যি কোনো ৰূপতেই 'ভাগৱত' পুথিখনো ভাৰতৰ বিভিন্ন অংশত চিত্ৰিত হ'বলৈ ধৰিলে। 'ভাগৱত'ৰে 'ভাৱাৰ্থদীপিকা' টীকাসংবলিত বহুলভাৱে চিত্ৰিত এটি সংস্কৰণ প্ৰস্তুত কৰা হৈছিল ১৭০৫ সম্বৎ অৰ্থাৎ ১৬৪৮ খ্ৰীষ্টাব্দত উদয়পুৰ নগৰত; এই পুথিখন এতিয়া পুণাৰ ভাণ্ডাৰকৰ প্ৰাচ্যবিদ্যা গৱেষণালয়ত সংৰক্ষিত হৈছে। সমগ্ৰ পুৰাণৰ ভিতৰতে আটাইতকৈ মনোগ্ৰাহী দশম স্কন্ধটোতেই চিত্ৰকৰসকলে অধিক পৰিমাণে মনোনিৱেশ কৰিছিল। সপ্তদশ শতিকাৰ চিত্ৰকলাৰে সৈতে ভালনে কৰা এটা গুজৰাটী পদ্যানুবাদ আৰু সেই একে স্কন্ধৰে (অৰ্থাৎ দশম স্কন্ধৰ) ২০০ চিত্ৰেৰে সৈতে প্ৰাচীন গুজৰাটী ভাষাৰ টীকা সমন্বিতে এখন পুথিও (১৬১১ খ্ৰীষ্টাব্দ) দৃষ্টিগোচৰ হৈছে। ('নিউ ইণ্ডিয়া এণ্টিকুৱেৰী')

অসমতো বৈষ্ণৱ আন্দোলনে ধৰ্ম-গ্ৰন্থসমূহ চিত্ৰেৰে চিত্ৰিত কৰাৰ প্ৰথা প্ৰৱৰ্তিত কৰিলে। শঙ্কৰদেৱো এজন চিত্ৰকৰ আছিল বুলি ধাৰণা হয়। এবাৰ হেনো তেওঁ তুলাপাততে সাত বৈকুণ্ঠৰ পট আঁকিছিল। আন এবাৰ আকৌ হেঙুল-হাইতালেৰে এটা হাতীৰ ছবি আঁকি পৃষ্ঠপোষক ৰজা নৰনাৰায়ণক দিবলৈ লোৱা কাঠৰ বাকচ এটাত আঁতি দিছিল। ১২০ হাত দীঘল কাপোৰ এখন বোৱাই তাতে কৃষ্ণৰ বৃন্দাবন লীলাৰ এলানী ছবি তোলাই প্ৰতিটো ছবিৰে নামো তাঁতত বাচি তোলাইছিল। বৰদোৱাৰ বালি সত্ৰত আৱিষ্কৃত শঙ্কৰদেৱৰ 'আদি দশম'ৰ চিত্ৰখিনি সম্প্ৰতি 'চিত্ৰভাগৱত' নামে প্ৰকাশিত হৈছে। মূল পুথিখনত ১৪৬১ শক অৰ্থাৎ ১৫৩৯ খ্ৰীষ্টাব্দ বুলি তাৰিখ দিয়া আছে। এই তাৰিখটো বৰ আগতীয়া যেন লাগে। গতিকে এইখন পুথি ১৭শ শতিকাৰ শেহৰ ফালে ধৰাটোৱেই বেচি সমীচীন। কলা-কৌশল আৰু সূক্ষ্মতাৰ ফালৰপৰা দেখাত ই সমগ্ৰ ভাৰতৰ যি কোনো ঠাইৰ চিত্ৰ হ'ব পাৰে যদিও স্বাভাৱিকতে স্থানীয় ৰীতিয়েও ভুমুকি মাৰিছেহি। অৱশ্যে চিত্ৰবিলাকৰ এনে কিছুমান বন্ধা-পদ্ধতি আৰু ৰীতি-আনুগত্য আছে যাৰ দ্বাৰা এই কলাৰ কিছু পৰিমাণে সীমাবদ্ধতা আহি পৰিছে। মানুহৰ ছবিবিলাক প্ৰায়ে 'প্ৰফাইল্' ৰূপে অঁকা হৈছে। শৰীৰতত্ত্বৰ প্ৰতি বিশেষ লক্ষ্য কৰা হোৱা নাই আৰু মুখাকৃতিৰ উজ্জ্বলতাও বৰ বিৰল। সঙ্গীত আৰু নৃত্যৰ ধুনীয়া দৃশ্যবিলাকৰ অৱশ্যে লয় আৰু সঙ্গতি দেখা পোৱা যায় আৰু তাৰ মাজতে কিছুমান হস্তমুদ্ৰাও ধৰিব পৰাকৈ

দিয়া আছে। একোটি সমদলৰ গতিত স্বাভাৱিক গতিশক্তি ফুটি ওলাইছে। প্ৰকৃতিক দৃশ্যাৱলী আৰু আন পটভূমিৰ দৃশ্য দেখুৱাৰ চেষ্টা প্ৰায় সমুলি নায়েই। আনুক্ৰমিক দৃশ্যবিলাক তোৰণাকৃতিৰ অথবা একাবেঁকা 'পেনেল'ৰ শাৰীত সজাই থুজোৱা হয়। বৰষুণৰ দৃশ্য, নৈ বা হ্ৰদৰ দদৃশ্য আদি গতানুগতিক প্ৰকৃতিৰ। ভূতাত্ত্বিকৰ ছবিত থকাৰ দৰে পৰ্বতৰ ছবিবিলাকত পৰ্বতৰ মাজ ফালি দেখুৱাৰ দৰেহে ছবি আকে। ডাঃ মোতী চন্দ্ৰই দেখুৱাই দিয়াৰ দৰে এই চিত্ৰসমূহত শৰীৰাদিৰ চিত্ৰকণত কৌণিক পদ্ধতি, মাছৰ আকৃতিৰ চকু, ধেনুভিৰীয়া চেলাউৰি, জোঙা নাচ, এচলীয়া কপাল আদি অঁকাৰ গতানুগতিক ৰীতিয়ে এটা প্ৰাচীন পদ্ধতিক সূচায় আৰু গীতিধৰ্মী কলা-কৌশল, সবল ৰচনা-পদ্ধতি, নাটকীয় কাহিনী বিন্যাস আৰু তেজাল ৰঙৰ সমাৱেশে 'ভাগৱত'ৰ চিত্ৰবিলাকত এনে এটা সৌন্দৰ্য বিতৰণ কৰিছে যিটোৱে উদয়পুৰ আৰু অন্যান্য ঠাইৰপৰা পোৱা একে স্তৰৰ 'ভাগৱত'-চিত্ৰবিলাকৰপৰা সিহঁতক বিশিষ্টভাৱে আঁতৰাই ৰাখিছে।

এই কথা নিশ্চিত যে কোনোবা সত্ৰতে এই চিত্ৰবিলাক অঁকা হৈছিল আৰু যিমান দূৰ সম্ভৱ য'ত মূল পুথিখন পোৱা হৈছে সেই বালি সত্ৰতে এই চিত্ৰবিলাক অঁকা হৈছিল। নগাঁৱৰ কৰচুং সত্ৰত এখন শ্ৰীধৰ টীকাৰে সৈতে মূল 'ভাগৱত' আছে। তাৰ পাতবিলাকৰ কাষে কাষে ছবি আছে। মায়ামৰা সত্ৰৰ নিত্যানন্দ কায়স্থই (১৬৪৪-৫০) ৰচনা কৰা 'শ্ৰীভাগৱত মৎস চৰিত' নামে এখন পুথি দিনজয় সত্ৰত পোৱা গৈছে। সেই পুথিৰ কাঠৰ ঢাকনী আৰু উপৰুৱা কেইখিলা মান পাতত বিষ্ণুৰ দশাৱতাৰৰ ছবি আৰু অন্যান্য বহুতো ছবি দিয়া আছে। এই দৰেই দেখা যায় যে অসমৰ বৈষ্ণৱ-ধৰ্মই চিত্ৰাঙ্কণৰ এটাস্বকীয় সম্প্ৰদায় গঢ়ি তুলিছিল। পিছলৈ ১৭, ১৮শ শতিকাত আহোম আৰু কোচ ৰজাসকলেও এই চিত্ৰ-পদ্ধতিৰে পৃষ্ঠপোষকতা কৰিছিল।

কোনো কোনো সত্ৰত যথেষ্ট সৌন্দৰ্য-সম্পন্ন আৰু লোককলাৰ উপাদানেৰে চহকী প্ৰাচীৰ-চিত্ৰ আৰু কাষ্ঠোৎকীৰ্ণ চিত্ৰ দেখিবলৈ পোৱা যায়। বৰপেটা সত্ৰৰ ভাঙি পেলোৱা আগৰ কীৰ্তন ঘৰটি শাস্ত্ৰৰ কাহিনী লৈ সূক্ষ্মভাৱে উৎকীৰ্ণ কৰা আৰু বনকোৱা বহুতো কাষ্ঠফলকৰ চিত্ৰেৰে সুসজ্জিত আছিল। বৰপেটাতে হাতীদাঁতৰ কামো আৰম্ভ হৈছিল। কাঠৰ খুটা, চ'তি, পুথি-ঠগা, শৰাই আৰু খেল-নাও আদিতো ৰঙিন চিত্ৰ অঁকা হৈছিল।

এই দৰেই এই বৈষ্ণৱ নৱজাগৰণে অসমৰ শিক্ষিত আৰু সাংস্কৃতিক জীৱনৰ সকলো দিশলৈকে প্ৰসাৰ লাভ কৰি তাক চহকী কৰি তুলিছিল আৰু বিশাল ভাৰতবৰ্ষৰ এই খণ্ডলৈ এটা নতুন ঐক্য-সূত্ৰ আৰু গৌৰৱোজ্জ্বল প্ৰাণ-প্ৰাচুৰ্য আনি দিছিল।

৯

# উপসংহাৰ

মই অন্য ঠাইত লিখা মোৰ নিজৰ কথাৰেই এই পুস্তিকা সামৰিবলৈ ওলাইছো। “অসমীয়া জাতিৰ সাংস্কৃতিক জীৱনৰ সকলো ক্ষেত্ৰতে যোৱা কেই শতিকামান ধৰি শঙ্কৰদেৱৰ বিশাল প্ৰভাৱ অনুভূত হৈছে। তেওঁৰ প্ৰিয় শিষ্য মাধৱদেৱে বৰ্ণনা কৰা দৰেই হাজাৰ হাজাৰ ভক্তই আজিও এই গুৰুজনাৰ প্ৰায় অলৌকিক উজ্জ্বল জ্যোতিতে ভাস্বৰ দেহকান্তিৰ ৰূপৰ ধ্যান কৰে।

দৰশিতে সুন্দৰ গৌৰ কলেৱৰ, জৈছন সূৰ পৰকাশ।
সকল সভাসদৰঞ্জন জাকেৰি দৰশনে পাপ বিনাশ।।
বিনে অঙ্গভূষণ পেখি সুশোভন গহীন গম্ভীৰ ধীৰ মতি।
আয়ত কমল নয়ন বৰ সুন্দৰ বয়ান চান্দকোহো জোতি।।
লীলা গজ গতি গমন বিলোকন, ৱাণী মেঘ-গম্ভীৰ।
পাষণ্ড মৰ্দন কলিকো কালে জাকু সম নাহি ধীৰ।।

এই বৰ্ণনাটো যদিও কিছু পৰিমাণে গতানুগতিক ৰীতিৰ তথাপি বাস্তৱৰপৰা ই বহুত আঁতৰত নহয়। চৰিতকাৰসকলেও একমুখে শঙ্কৰদেৱৰ সৌম্য সৌন্দৰ্যৰ কথা কৈ গৈছে। তেওঁৰ স্বাস্থ্য আৰু শাৰীৰিক শক্তি অটুট আছিল আৰু অনন্যসাধাৰণভাৱে প্ৰায় ১২০ বছৰ বয়সলৈ জীয়াই আছিল। সৰুকালতে তেওঁ সাঁতুৰি ব্ৰহ্মপুত্ৰখন ইপাৰ সিপাৰ হৈছিল। ডেকা বয়সতো শঙ্কৰদেৱে আধা বনৰীয়া ষাঁৰ গৰু এটা শিঙত ধৰি এচাৰি পেলাইছিল। হাতত পুথিৰ বোজা লৈয়ো তেওঁ দুজন কছাৰী সৈন্যক এচাৰ মাৰি থৈ একেবাৰে পিছে পিছে খেদি যোৱা আন এজাক কছাৰী সৈন্যৰ হাতৰপৰা পলাই সাৰিছিল। তেওঁ নিশ্চয় চকুত লগাকৈ ওখও আছিল। শঙ্কৰদেৱে এনে এটা প্ৰভাৱশালী ব্যক্তিত্ব আছিল যে সি মাধৱদেৱে মহাপুৰুষৰ ওচৰত সেও নামানো বুলি মন বান্ধি আহিছিল তেৰোঁ শঙ্কৰদেৱৰ প্ৰথম দৃষ্টিতে অভিভূত হৈ পৰিল আৰু প্ৰায় লগে লগেই তেওঁৰ আগত দীঘল দি পৰিল। প্ৰথমতে শত্ৰুভাৱাপন্ন আছিল যদিও নৰনাৰায়ণেও প্ৰথম লগ পোৱাৰপৰাই শঙ্কৰদেৱৰ প্ৰতি সদয় ব্যৱহাৰ কৰিবলৈ লৈছিল।

শাৰীৰিক শক্তি আৰু সৌন্দৰ্যৰ সমানে সমানেই আছিল তেওঁৰ মানসিক শক্তি আৰু বুদ্ধিৰ উৎকৰ্ষ। এই জন্য প্ৰতিভাশালী মহাপুৰুষৰ গাত বহুতো অদ্ভুত গুণৰ সমাৱেশ হৈছিল। তেওঁ এজন শাসক (প্ৰথমতে শিৰোমণি ভূঞা আৰু পিছত কোচৰ

শাসনকালত গোমোস্তাৰূপে) আৰু সমাজসংস্কাৰক, কবি আৰু নাট্যকাৰ, চিত্ৰকৰ, সঙ্গীতজ্ঞ আৰু নৃত্য-নাট্যৰ অভিনেতা আছিল। তেওঁৰ অধ্যয়ন বিশাল আৰু গভীৰ আছিল। তেওঁৰ বোধশক্তি প্ৰখৰ আৰু দৃঢ় আছিল। ধৰ্মবিষয়ক তৰ্কবিলাকত তেওঁ প্ৰায়েই প্ৰতিস্পৰ্ধীজনক আন্তৰিকতাপূৰ্ণ অকাট্য যুক্তিতে পৰাজিত কৰিছিল। তেওঁ প্ৰায়েই বিৰোধী পক্ষই উল্লেখ কৰা শাস্ত্ৰৰ মতবিলাকো নিজৰ মতৰ সপক্ষে প্ৰয়োগ কৰি বিৰোধী পক্ষক আপোনা আপুনি নিজৰ মত স্বীকাৰ কৰিবলৈ বাধ্য কৰিছিল। তীব্ৰ বিৰোধিতাৰ সন্মুখীন হৈয়ো যে তেওঁ নিজ ধৰ্মমতক দৃঢ়ভাৱে প্ৰতিষ্ঠা কৰিব পাৰিছিল তাতেই তেওঁৰ সংগঠন-শক্তিৰ পৰিচয় পোৱা যায়। মাধৱদেৱে কোৱাৰ দৰে তেওঁ যদিও "পাষণ্ড মৰ্দন" আছিল তথাপি তেওঁৰ এনে এটা মধুৰ ব্যক্তিত্ব আছিল যিটোৱে তেওঁৰ ওচৰত থকা সকলো লোককে আকৃষ্ট কৰিছিল, মুগ্ধ কৰিছিল। গৃহী হৈয়ো তেওঁ নিজকে আৰু নিজৰ সৰ্বস্ব ভগৱন্তৰ নামত অৰ্পণ কৰিছিল আৰু সংসাৰৰ সুখ-দুখে স্পৰ্শ কৰিব নোৱৰাকৈ আছিল। তেওঁৰ সতীৰ্থসকলৰ সুখেই তেওঁৰ সুখ আৰু দুখেই তেওঁৰ দুখ আছিল। তেওঁৰ শিষ্যসকলৰ মাজত সুস্থভাৱে ভক্তিয়ে প্ৰসাৰ লাভ কৰা দেখিলেই তেওঁৰ সন্তোষ। সদায়ে পুথি ৰচনাৰ কামত আৰু ধৰ্ম আৰু দৰ্শনসম্বন্ধীয় আলাপ আলোচনাত ব্যস্ত আছিল যদিও তেওঁৰ যে হাস্যবোধ নাছিল এনে নহয়, আৰু এই হাস্যবোধ তেওঁ ৰচনা কৰা উপাখ্যান আৰু নাট আৰু দৈনন্দিন কথোপকথনৰ মাজেদি প্ৰকাশ পাইছিল।

শঙ্কৰদেৱে প্ৰেম-ধৰ্মৰ বাণীসমূহ ৰাইজে সহজে ঢুকি পোৱা কৰিলে, কৰ্ম-কাণ্ডৰ গধুৰ বোজাৰপৰা সাধাৰণ লোকৰ আত্মাক মুক্ত কৰিলে আৰু প্ৰতিজনকে এই কথা বুজাই দিলে যে পবিত্ৰ আৰু আন্তৰিকতাপূৰ্ণ অন্তৰৰপৰা ওলালেই ভগৱন্তই তেওঁৰ কণ্ঠধ্বনি শুনিবলৈ পাব। তেওঁৰ ধৰ্ম-আন্দোলনৰ ভিত্তিতেই চহকী আৰু বহুমুখী এটা সংস্কৃতি আৰু এটা সাহিত্য গঢ় লৈ উঠিল। সমতলৰ একেবাৰে পিছপৰা ঠাই আৰু পৰ্বতৰো সাধাৰণ লোকসকলে এতিয়া উচ্চ জাতিবিলাকৰ ওচৰত হীন বুলি পৰিগণিত হ'বলগীয়া নোহোৱাকৈয়ে এটা সৰল আৰু গণতান্ত্ৰিক হিন্দু ধৰ্ম সাৱটি ল'ব পৰা হ'ল। এই নুতন ধৰ্মই বিভিন্ন ধৰণৰ আৰু প্ৰায়ে ভয়ঙ্কৰ ধৰণৰ তান্ত্ৰিক পন্থৰ বিৰুদ্ধে যুঁজিব লগা হৈছিল আৰু শঙ্কৰদেৱৰ জীৱদ্দশাতেই যথেষ্ট সবলভাৱে প্ৰসাৰ লাভ কৰিব পাৰিছিল।

এই দৰেই শঙ্কৰদেৱৰ এই মহান আন্দোলনে জীৱনৰ প্ৰতি এটা নতুন উদাৰ দৃষ্টিভঙ্গী আনি দিলে আৰু সামাজিক ব্যৱহাৰৰ ক্ষেত্ৰলৈকো এটা দেখ দেখকৈ সুস্থ ধাৰা বোৱাই আনিলে। সাহিত্য আৰু সঙ্গীত আৰু চিত্ৰাঙ্কণৰ দৰে ললিত কলাৰ নৱজাগৰণৰ গতিতো ই এটা তীব্ৰতা আনি দিলে। এই কথা ঘোষিত হ'ল যে প্ৰত্যেক

ব্যক্তিৰ স্বতন্ত্ৰ ধৰ্মানুষ্ঠানৰো এটা মৰ্যাদা আছে, কেৱল "ধৰ্মীয় নিষ্পেষণৰ বলি" হ'লেহে যে ধৰ্মানুষ্ঠান হয় এনে নহয়। অসমে পবিত্ৰ ভাৰতবৰ্ষৰ এটা অবিচ্ছেদ্য অঙ্গৰূপে নিজকে আৱিষ্কাৰ কৰিলে আৰু সেই আৱিষ্কাৰৰদ্বাৰা গৌৰবান্বিত হ'ল। সংস্কৃতত ৰচিত পবিত্ৰ গ্ৰন্থসমূহ, ভাৰতৰ বিশ্ব-সাহিত্যসমূহ মুষ্টিমেয় লোকৰ কঠোৰ ব্যৱস্থাই সাধাৰণ লোকৰ দৃষ্টিৰপৰা আঁতৰাই ৰাখিব নোৱৰা হ'ল। ধৰ্মমত আৰু দৰ্শনক স্থানীয় ভাষাত ব্যাখ্যা কৰিবলৈ লোৱাটোৱেই গোপন তত্ত্বসমূহৰ পূৰ্বস্বামীসকলৰ কাৰণে এটা প্ৰত্যাহ্বানৰ দৰে হৈ পৰিল। তেওঁ লোকে এই প্ৰত্যাহ্বানৰ গুৰুত্ব উপলব্ধি কৰিব লাগিছিল আৰু সেই কাৰণেই দেহে-কেহে তাৰ বিৰোধিতা কৰিছিল। নতুন মানৱতাবোধে সেই কালত হিন্দুসমাজৰ ধৰাবন্ধা নিয়মৰূপে প্ৰচলিত বহুল কৰ্মকাণ্ড আৰু নৰবলিকে ধৰি বিভিন্ন ধৰণৰ পশুবলিৰ বিৰুদ্ধে কটাক্ষপাত কৰিছিল। ভোট-ব্ৰহ্ম গোষ্ঠীৰ বিশাল সমুদ্ৰত এটা সৰু দ্বীপৰ দৰে অস্তিত্ব বজাই ৰখা ইন্দো-আৰ্য ভাষা-গোষ্ঠীৰ অসমীয়া ভাষাটোকে নব্য-বৈষ্ণৱ আন্দোলন প্ৰচাৰ কৰাৰ কামত লগোৱাৰ ফলত এই ভাষাটোৱেই সকলোবিলাক থলুৱা মানুহৰে ভাষা হৈ পৰিল। এই দৰেই প্ৰাচীন কামৰূপ ৰাজ্যখনৰ এটা বিশাল পৰিবৰ্তন হ'বলৈ ধৰিলে। শঙ্কৰদেৱে প্ৰবৰ্তন কৰা সাংস্কৃতিক অভ্যুদয়ৰ লগে লগে ৰাজনৈতিক আৰু সামাজিক দিশত এই ৰাজ্যই যেন এক নতুন জীৱন লাভ কৰিলে আৰু ফলত প্ৰথম বাৰৰ কাৰণে এখন সংহত আধুনিক অসমে গঢ় লৈ উঠাৰ সম্ভাৱনাই দেখা দিলে।[১]

১। 'শঙ্কৰদেৱ এণ্ড্ হিজ্ টাইমছ্', গুৱাহাটী বিশ্ববিদ্যালয়, ১৯৬৪, পৃষ্ঠা ১২১-১২২, ৩৭৮।

# গীত আৰু পদসমূহৰ আৰ্হি-সংকলন

## নাৰায়ণ, কাহে ভকতি কৰু তেৰা[১]

### ৰাগ ধনশ্ৰী

নাৰায়ণ, কাহে ভকতি কৰু তেৰা
মেৰি পামৰ মন          মাধৱ ঘনে ঘন
ঘাতুক পাপ নাছোড়া ।। ধ্ৰুং ।।
যত জীৱ জংগম          কীট পতঙ্গম
অগ জগ নগ তেৰি কায়া।
সবকহু মাৰি          পূৰত ওহি উদৰ
নাহি কৰত ভূত-দায়া।।
ঈশ স্বৰূপে হৰি          সব ঘটে বৈঠহ
জৈসন গগন বিয়াপি।[২]
নিন্দাবাদ পৈশূন্য          হিংসা হৰি
তেৰি কৰহু হামু পাপী।।
কাকু শংকৰ কৰ          কৰহু কৰুণা নাথ
জোনো ছাড়হু ৰাম-ৰাণী।
সব অপবাধক          বাধক তুৱানাম
তাহে শৰণ লেহু জানি।।[৩]

১। এইটো এটা বৰগীত।

২। ইয়াত পৰমাত্মাক গগন বা মহাকাশেৰে সৈতে আৰু জীৱাত্মাক ঘটৰ মাজত আবদ্ধ আকাশৰ (ঘটাকাশৰ) লগত তুলনা কৰা হৈছে।

৩। মহাপুৰুষৰ প্ৰথমজনা পুত্ৰৰ জন্ম হোৱাৰ বতৰা পাই এই গীতটি ৰচনা কৰিছিল বুলি কথিত আছে।

## পাৱে পৰি হৰি, কৰুহো কাতৰি[১]

### ৰাগ কেদাৰ

পাৱে পৰি হৰি, কৰোহো কাতৰি প্ৰাণ ৰাখবি মোৰ।
বিষয়-বিষধৰ-বিষে জৰজৰ, জীৱন নাৰহে থোৰ।। ধ্ৰুং ।।

অথিৰ ধন জন 	জীৱন যৌৱন
অথিৰ এহু সংসাৰ।
পুত্ৰ পৰিবাৰ 	সবহি অসাৰ
কৰবো কাহেৰি সাৰ।।
কমল-দল-জল 	চিত্ত চঞ্চল
থিৰ নোহে তিল এক।
নাহি ভয় ভৱ 	ভোগে হৰি হৰি
পৰমপদ পৰতেক।।
কহতু শঙ্কৰ 	এ দুখ-সাগৰ
পাৰ কৰা হৃষীকেশ।
তুঁহু গতি মতি 	দেহু শ্ৰী-পতি
তত্ত্ব-পন্থ উপদেশ।।

## সোঈ সোঈ ঠাকুৰ মোই[২]

### ৰাগ গৌৰী

সোঈ সোঈ ঠাকুৰ মোই জো হৰি পৰকাশা।
নাম ধৰত ৰূপ স্মৰত তাকেৰি হামু দাসা।। ধ্ৰুং ।।
পণ্ডিতে পঢে শাস্ত্ৰ মাত্ৰ সাৰ ভকতে লিয়ে।
অন্তৰজল ফুটয় কমল মধু মধুকৰে পিয়ে।।

---

১। এইটো এটা বৰগীত।

২। এইটো এটা বৰগীত।

জাহে ভকতি তাহে মুকুতি ভকতে এতত্ত্ব জানা।
জৈসে বণিক চিন্তামণিক জানিয়া গুণ বখানা।।
কৃষ্ণ-কিঙ্কৰ শঙ্কৰ কহ ভজ গোবিন্দক পায়।
সোহি পণ্ডিত সোহি মণ্ডিত জো হৰি-গুণ গায়।।

## ওজা, সোজা পন্থ নাহেৰি[১]

### ৰাগ ধনশ্ৰী

ওজা, সোজা পন্থ নাহেৰি।
কোটি কৰম কাই হৰিকো নাহি পাই
পৰল ভৱ বেৰি বেৰি।। ধ্ৰুং ।।
তপ জপ তীৰথ কৰসি গয়া কাশী বাসি বয়স গঁৱাই।
জানি যোগ মুণ্ডিত মতি মোহিত বিন ভকতি গতি নাই।।
ৰাম-নাম সহ নিখিল পুণ্য ৰহ ওহি নিগম-তত্ত্ব বাণী।
কলিকো পৰম ধৰম হৰি-নামা পটি পুনু মৰম নজানি।।
কৃষ্ণ-কিঙ্কৰ কহ ক্ষণিক দেহা ৰহ নৰ তনু পুনুহু নপাই।
কৰম-গৰব সব দূৰ কৰি হৰি-চৰণ চিন্ত চিত্ত লাই।।

## হেৰহু মাই, চললি বিপিনে মধাই[২]

### ৰাগ ধনশ্ৰী

হেৰহু মাই চললি বিপিনে মধাই।
বেণু বিষাণ নিসানে আবৃত
হৰষে হৰষে ধেনু ধাই।। ধ্ৰুং ।।

---

১। এইটো এটা বৰগীত।

২। এইটো এটা বৰগীত।

ওহি জগ-মোদন কন্ধে দধি-ওদন
গো-ধন আগু বুলাই।
বঙ্কিম নয়ন সৰোৰুহ হাসি
হেৰইতে ভুৱন ভুলাই।।
মদন-দমন-ৰূপ পেখি পুনু পুনু
মূৰছি পৰয় সুৰনাৰী।
সোহি জগজীৱ বিয়োগ অব সহবি
কৈসন চিত্ত হমাৰি।।
হৰি-বিৰহানল আকুল গোপিনী
দৰশন দিবসে নপাই।
হৰিগুণ কহি ৰহি প্রেমে ঝুৰয় নীৰ
শঙ্কৰ এহু ৰস গাই।।

**কহ ৰে উদ্ধৱ, কহ প্ৰাণেৰ বান্ধৱ হে[১]**

**ৰাগ তুৰ বসন্ত**

কহ ৰে উদ্ধৱ, কহ পাণেৰ বান্ধৱ হে প্রাণ-কৃষ্ণ কবে আৱে।
পুছয়ে গোপী প্ৰেম-আকুল-ভাৱে নাহি চেতন গাৱে।। ধ্রুং ।।
বাছুৰি-ধ্বনি সুনি গোবৎস পেখি।
লাগে আগি পাৱে উদ্ধৱ সখি।।
কালিন্দী দেখি সখি ফুটয় বুক।
এথায়ে খেলাইছিল সে চান্দমুখ।।
হৰিল নয়ন-সুখ।।

---

১। এই গীতত আৰু এনে ধৰণৰ আন গীতবিলাকতো মাধৱ, হৰি আদি পদবিলাকে কেৱল কৃষ্ণকে বুজাইছে। কৃষ্ণৰ প্রতি একান্ত অনুৰক্তা ব্ৰজৰ গোপীসকলক কৃষ্ণই হঠাতে এৰি থৈ যোৱাত তেওঁলোকে বৰ সন্তাপ পাইছিল। তেনেতে মথুৰাৰপৰা ব্ৰজলৈ অহা কৃষ্ণৰ কটকী উদ্ধৱক তেওঁলোকে লগ পাই এই দৰে গাবলৈ লৈছে।

বিৰিন্দাবন বৈৰী হামাৰ ভেলি।
পেখিতে নাবিছুৰো গোপাল-কেলি।।
ধ্বজ বজ্র যৱ অঙ্কুশচ চাই।
তথায়ে কান্দো হামু লোটায়া কায়।।
গুণ-গোবিন্দ গাই।।
কৃষ্ণ-সূৰ্য বিনে ব্ৰজ আন্ধাৰ।
নদেখোঁ এ দুখ-অৱধি-পাৰ।।
আৰ কি পেখবো গোপাল-প্ৰাণ।
কৃষ্ণ-কিঙ্কৰ শঙ্কৰ ভাণ।।
হৰিকো হৃদয়ে জান।।

## নমো নমো মাধৱ, বিধিৰ বিধি-দাতা[১]

নমো নমো মাধৱ, বিধিৰ বিধি-দাতা।
তুমি জগতৰ গতি মতি পিতা মাতা।।
তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাত বিতিৰেক।।
তুমি কাৰ্য কাৰণ সমস্তে চৰাচৰ।
সুবৰ্ণ কুণ্ডলে যেন নাহিকে অন্তৰ।।
তুমি পশু পক্ষী সুৰাসুৰ তৰুতৃণ।
অজ্ঞানত মূঢ় জনে দেখে ভিনাভিন।।
তোমাৰেসে মায়ায়ে মোহিত সৰ্বক্ষণে।
তুমি আত্মা তোমাক নাজানে একো জনে।।
সমস্তে ভূতৰ তুমি আছা হৃদয়ত।
তত্ত্ব নপাই তোমাক বিচাৰে বাহিৰত।।

---

২। কৃষ্ণৰ ভৰিত ধ্বজ (পতাকা), বজ্র (ইন্দ্ৰৰ বজ্র), যৱ (য-ধান), পদ্ম (পদুম ফুল), আৰু অঙ্কুশৰ (হাতীৰ লাং চিং) শুভ-চিহ্ন আছিল বুলি এটি বিশ্বাস চলি আহিছে।

১। কৃষ্ণৰ প্ৰতি ভগৱান শিৱৰ এই স্তুতি 'কীৰ্তন ঘোষা'ৰ "হৰমোহন" অধ্যায়ৰপৰা লোৱা হৈছে।

তুমিসে কেবলে সত্য মিছা সবে আন।
জানি জ্ঞানীগণে কৰে হৃদয়ত ধ্যান।।
নবাঞ্চোহো সুখ ভোগ নমাগো মুকুতি।
তোমাৰ চৰণে মাত্র থাকোক ভকতি।।
মুখে লৌক নাম মোৰ কর্ণে তব কথা।
হৃদয়ত পাদপদ্ম থাকোক সর্বথা।।
সজ্জনৰ সঙ্গ নুগুচোক সর্বক্ষণে।
এতেক প্রসাদ মাগোঁ তোমাৰ চৰণে।।

### কৈত পাইবো প্রাণ-গোপাল আমি[১]

ঘোষা ।। কৈত পাইবো প্রাণ-গোপাল আমি।
হৰইল অৰুণ লোচন স্বামী।।

পদ।। উচ্চ বৃক্ষ দেখি সোধে সাদৰি।
শুনিয়ো অশ্বত্থ বট পাকড়ি।।
যাহান্তে দেখিলা নন্দ-কুমাৰ।
নেন্ত চুৰি কৰি চিত্ত আমাৰ।।
হে কুৰুবক অশোক চম্পা।
কহিয়ো কথা কৰা অনুকম্পা।।
মানিনীৰ দর্প কৰিয়া চুৰ।
নাজানো কৃষ্ণ যান্ত কত দূৰ।।
অবা তুলসী সমিধান দিয়া।
তুমি গোবিন্দৰ চৰণ প্রিয়া।।
যাহান্তে দেখিলা নন্দ-কুমাৰ।
প্রাণতো অধিক প্রিয় আমাৰ।।

---

১। 'কীর্তন ঘোষা'ৰ "ৰাসক্রীড়া" খণ্ডৰপৰা উদ্ধৃত। এদিনাখন পূর্ণিমাৰ ৰাতি, বৃন্দাবনত শ্রীকৃষ্ণৰ প্রেম লাভ কৰিবৰ মানসেৰে সমবেত হোৱা ব্রজৰ গোপীসকলক শ্রীকৃষ্ণই হঠাতে এৰি থৈ যোৱাত পূর্বতে যি গর্বেৰে গোপীসকলে কৃষ্ণৰ প্রতি আচৰণ কৰিছিল তাৰ বাবে অনুতাপ কৰি বিলাপ কৰিছে।

হে জাই যুথি সখী মালতী।
কৃষ্ণ-পৰশে কি লভিলা গতি।।
সমস্তে গোপীৰ জীৱন-ধন।
দেখিলা যাহান্তে নন্দ-নন্দন।।
হে আম জামু বেল বকুল।
নাহি উপকাৰী তোমাৰ তুল।।
কৃষ্ণৰ বিৰহে দেখো আন্ধাৰ।
কৰা কৈক গৈল প্ৰাণ আমাৰ।।
কিনো তপ অবা কৰিলা ভূমি।
কৃষ্ণৰ চৰণ পৰশে তুমি।।
মিলি আছে আতি আনন্দ ভাৱ।
দেখো ৰোমাঞ্চিত তোমাৰ গাৱ।।
পূৰ্বতো বৰাহে আছা আলিঙ্গি।
তুমি সৰ্বকালে কৃষ্ণৰ সঙ্গী।।
দেখিছা কৃষ্ণক জানো নিশ্চয়।
কহিয়ো আমাত হুয়ো সদয়।।
মৃগ-পত্নী সখী দেখিলা হৰি।
তোমাৰ নেত্ৰৰ আনন্দ কৰি।।
যান্ত প্ৰিয়া সমে গতি-বিলাসে।
হেৰ কুন্দ-গন্ধ-কুঙ্কুম বাসে।।
কতো গোপী বোলে শুনিয়ো বাণী।
লতাতে কৃষ্ণৰ পুছো কহানী।।
কৃষ্ণৰ নখৰ পৰশ পাই।
দেখা পুলকিত সমস্ত কায়।।
বোলে বালা সবে উন্মত্তভাৱে।
কৃষ্ণক বনত বিচাৰি চাৱে।।
কৃষ্ণ-গুণ গান্তে প্ৰেম উপজে।
কৃষ্ণতে মন সমুদায় মজে।।
সমস্তে বিহ্বল হুয়া গোপিনী।
কৰে কৃষ্ণ-লীলা কতো আপুনি।।
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
বোলা হৰি হৰি সমস্ত জনে।।

## হৰি, হৰিয়ো ক্লেশ, হে হৃষীকেশ[১]

ঘোষা।। হৰি, হৰিয়ো ক্লেশ, হে
হৃষীকেশ করুণা সাগৰ।
মায়া-মহোদধি মাঝে মজিলোহো
মাধৱ মোক উদ্ধৰ।।

পদ।। বুদ্ধি অহঙ্কাৰে আবৰিলে অতি
মহামূঢ় ভৈলো স্বামী।
তোমাৰ অখণ্ড আনন্দ-ৰূপক
কিমতে জানিবো আমি।।
দীন-দায়াশীল দিয়ো উপদেশ
তোমাৰ চৰণে ধৰো।
শ্ৰৱণ-কীৰ্তন স্মৰণ-ভক্তিক
সদায়ে যিমতে কৰো।।
মিছা তৰ্কবাদে ভৈল অন্ধকাৰ
তাতে ভ্ৰমো মন্দমতি।
তযু জ্ঞান-পন্থ খুজিয়া ন পাও
কৰা হৰি মোৰ গতি।।
তযু গুণ-নাম মুখে নছাড়োক
কৃপা কৰা চক্ৰপাণি।
মাধৱ বামন গোবিন্দ বোলন্তে
মুকুত হৈবো কৈসানি।।
তুমি সত্য ব্ৰহ্ম তোমাত প্ৰকাশে
জগত ইটো অসন্ত।
জগততো সদা তুমিও প্ৰকাশা
অন্তৰ্যামী ভগৱন্ত।।
এতেকেসে জ্ঞানী গণে অৱশেষ
জগতকে বোলে হৰি।
আৰে জগজ্জীৱ তোমাৰ চৰণে
ভজো হৃদয়ত ধৰি।।

---

১। 'কীৰ্তন ঘোষা'ৰ "বেদস্তুতি" খণ্ডৰপৰা উদ্ধৃত।

যত তপ আছে সমস্তে কৰোক
পৰোকে পৰ্বতে উঠি।
সমস্তে তীৰ্থত স্নানিয়া ফুৰোক
বেদক পঢ়োক তুষ্টি।।
যত যজ্ঞ আছে সমস্তে যজোক
কৰোক যোগ অভ্যাস।
হৰিৰ কীৰ্তন নকৰি তথাপি
নেৰয় মৃত্যুৰ ত্ৰাস।।
নাহি দেহেন্দ্ৰিয় সমস্তে কৰ্তৰি
শক্তিক ধৰা একলে।
তুমিসি সৰ্বক্ষ তুমি সৰ্বকৰ্তা
তোমাক সেৱে সকলে।।
যেন চক্ৰৱৰ্তী ৰাজাক যোগাৱে
সামৰাজে কৰ-ভাৰ।
ব্ৰহ্মা আদি কৰি দেৱৰ ঈশ্বৰ
তযু পাৱে নমস্কাৰ।।
তোমাৰেসে মায়া কৰ্মে বন্দী হুয়া
সংসাৰে উপজো সৰো।
দুঃখ সাগৰত ত্ৰাণ কৰা হৰি
তোমাৰ চৰণে ধৰো।।
তুমি অন্তৰ্যামী সমস্ত লোকৰ
তুমি মহেশ্বৰ দেৱ।
তুমিসি সৰ্বজ্ঞ নৃসিংহ তোমাক
মনে কৰো আমি সেৱ।।
সংসাৰ-চক্ৰৰ কৰৱতে চিৰে
নেৰে মহামোহ ভয়।
তোমাৰ চৰণে পশিলো শৰণে
ৰক্ষা কৰা কৃপাময়।।
তুমি মহাগুৰু তোমাৰ চৰণে
মন যদি লৱে বাস।
তোমাৰ কৃপায়ে সৱে সিদ্ধি হৈব
নলাগে যোগ-অভ্যাস।।

তুমি আত্মা হেন　　জানিয়া তোমাক
চিত্তে ভজে যিটো জন।
তুচ্ছ পুত্ৰ-দাৰা　　বিষয়-ভোগত
নাহি তাৰ প্ৰয়োজন।।
তোমাৰ নামক　　মুখে ফুকু গাই
হিয়ে তযু ৰূপ ধৰি।
শুনে মানে ধ্বনি　　পলায় পাতক
ডাকি বোলা হৰি হৰি।।

**উদ্ধৱক সম্বুধি মাতন্ত কৃষ্ণে পাছে**[১]

উদ্ধৱক সম্বুধি মাতন্ত কৃষ্ণে পাছে।
কৰ্মবন্ধ এৰাইবে প্ৰৱন্ধ যাৰ আছে।।
বৈষ্ণৱৰ সঙ্গ সিটো লৈবে প্ৰথমত।
মোহোৰ চৰিত্ৰ শুনিবেক ভকতত।।
মোৰ নাম-কীৰ্তন কৰিবে সৰ্বক্ষণে।
হৃদয়ত মোৰ ৰূপ চিন্তিবে যতনে।।
মোৰ যশ গায়া যিটো কৰে গীত নৃত্য।
নাহি তাৰ চিন্তা সিটো ভৈল কৃতকৃত্য।।
শুনিয়ো উদ্ধৱ তুমি ৰহস্য ভকতি।
কৰিবা অভ্যাস তুমি থিৰ কৰি মতি।।
সমস্তে ভূততে ব্যাপি আছো মই হৰি।
সৱাকো মানিবা তুমি ৱিষ্ণু-বুদ্ধি কৰি।।
ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল।
দাতাত চোৰত যেন দৃষ্টি এক তুল।।
নীচত সাধুত যায় ভৈল এক জ্ঞান।
তাহাকেসে পণ্ডিত বুলিয় সৰ্ব্বজান।।
বিশেষতে মনুষ্যগণত যিটো নৰে।
ৱিষ্ণু-বুদ্ধি সৰ্বদায় স্নেহকে মান্য কৰে।।

---

১। 'কীৰ্তন ঘোষা'ৰ "শ্ৰীকৃষ্ণৰ বৈকুণ্ঠপ্ৰয়াণ" খণ্ডৰপৰা উদ্ধৃত। ইয়াতে প্ৰিয় শিষ্য উদ্ধৱৰ প্ৰতি কৃষ্ণৰ শেষ উপদেশৰ উল্লেখ কৰা হৈছে।

ঈৰষা অসূয়া অহঙ্কাৰ তিৰস্কাৰ।
সবে নষ্ট হোৱে তেৱে তাৎক্ষণে তাৰ।।
দেখি সখিগণে জোনো হাসে সবে বেঢ়ি।
মই সাধু ইটো চোৰ হেন লজ্জা এৰি।।
কুকুৰ চণ্ডাল গৰ্দভৰো আত্মা ৰাম।
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।।
সমস্ত ভূতত বিষ্ণু-বুদ্ধি নোহে যাৱে।
কায় বাক্য মনে অভ্যাসিবা এহি ভাৱে।।
বিষ্ণুময় দেখে যিটো সমস্ত জগতে।
জীৱন্তে মুকুত হোৱে অচিৰ কালতে।।
সকল প্ৰাণীক দেখিবেক আত্ম-সম।
উপায় মধ্যত ইটো অতি মুখ্যতম।।
মোৰ ইটো ধৰ্মৰ অলপৰো নাহি হানি।
যিহেতু সম্যকে মই কৈলো তত্ত্ব-বাণী।।
দাম্ভিক শঠত নকহিবা ইটো তত্ত্ব।
সদা উপদেশ দিবা বৈষ্ণৱ জনত।।
স্ত্ৰী-শূদ্ৰো কৰে যদি আমাত ভকতি।
তাহাতে কহিবা ইটো জ্ঞান মহামতি।।
আৰু ভক্তি কৰি পঢ়ে যিটো জ্ঞানী লোকে।
মহা শুদ্ধ হুয়া জ্ঞান-দীপে দেখে মোকে।।
জানিলা উদ্ধৱ আৱে দিলো উপদেশ।
তোমাৰ কি শোক মোহ গুচিল নিঃশেষ।।
ব্ৰহ্মা হৰ হলায়ুধ লক্ষ্মী প্ৰিয় জায়া।
পৰম সুন্দৰ মোৰ দেখা ইটো কায়া।।
সবাতো অধিক তুমি মোৰ প্ৰিয়তম।
নাহি আন বান্ধৱ উদ্ধৱ তুমি সম।।
ভকতেসে মোৰ হৃদি জানিবা নিশ্চয়।
ভকতজনৰ জানা আমিসি হৃদয়।।
মই বিনা ভকতে নিচিন্তে কিছু আন।
ভকতত পৰে মই নেদেখোবো আন।।

## কৃষ্ণ-সূৰ্য ভৈলন্ত উদিত[১]

ঘোষা।। কৃষ্ণ-সূৰ্য ভৈলন্ত উদিত।
নাম-ধৰ্ম কৰিলা বিদিত।।

পদ।। সত্যযুগে প্ৰথমত ব্ৰহ্মা আদি দেৱ যত
হৰিনাম কৰিলা গুপুত।
কিনো দয়াময় হৰি নামক বেকত কৰি
কলি-পাপ কৰাইলা লুপুত।।
যিটো মহা ম্লেচ্ছ জাতি সিও শুদ্ধ হোৱে আতি
মুখে মাত্ৰ হৰিনাম লয়।
কলিৰ ভয়ত গৈয়া নামত শৰণ লৈয়া
ৰহিলা সমস্ত ধৰ্মচয়।।
ইটো কলিকাল ঘোৰ পাপৰ নাহিকে ওৰ
আত হিত চিন্তিলা প্ৰজাৰ।
জগতৰে পাপ হৰে স্মৰণে নিস্তাৰ কৰে
হেন নাম কৰিলা প্ৰচাৰ।।
দোষৰ সাগৰ কলি আত হৰি-নাম লৈলি
ধৰ্ম অৰ্থ পাৱে মোক্ষ কাম।
সমস্তকে দায়াতৰে আৱে দেৱ দামোদৰে
বিদিত কৰিলা হৰি-নাম।।
মন্ত্ৰ তন্ত্ৰ যজ্ঞ যত তপতীৰ্থ কোটি শত
হৰি-নাম অধিক সৱাতে।
কিনো ভাগ্য কিনো ভাগ্য হেন হৰি-নাম লাগ
পাইলে লোক মুকুত সাক্ষাতে।।
যিটো নাম নেৰে মুখে পাইল মোক্ষ মহা সুখে
জানা কৃষ্ণ তুষ্ট ভৈল তাৰ।
গুৰু ভৈলা জগতৰে কৰিলেক সিটো নৰে
কোটি কোটি পুৰুষ উদ্ধাৰ।।

---

১। 'কীৰ্তন ঘোষা'ৰ "ভাগৱত তাৎপৰ্য" খণ্ডৰ তিনিটা কীৰ্তনৰ অন্যতম। শঙ্কৰদেৱৰ একশৰণ নামধৰ্মৰ মূল তত্ত্বসমূহৰ এটি সম্যক্ ধাৰণা এই কীৰ্তনৰপৰা লাভ কৰিব পাৰি।

পাতক শুখান বন হৰি-নাম হুতাশন
ক্ষেণেকতে দহি কৰে ছন্ন।
হেন নাম প্ৰচাৰিলা পাতকীক নিস্তাৰিলা
পৰম কৃপালু নাৰায়ণ।।
দেৱৰো ঈশ্বৰ হৰি তান্ত মহা যত্ন কৰি
লৈয়ো এক শৰণ সাক্ষাত।
যাৰ ইচ্ছা মোক্ষ পাইবে নলাগে দূৰক যাইবে
আছা হৰি সবাৰ হিয়াত।।
কৃষ্ণৰ কিঙ্কৰে কহে হৰি-নামে পাপ দহে
ৰাম-নাম সবাতো অধিক।
যিটো জনে নাম স্মৰে সকল পাতক তৰে
অনায়াসে পাৱে মুকুতিক।।
জগত নিস্তাৰ হেতু কৰিলা গৰুড়-কেতু
ইবাৰ বিদিত হৰি-নাম।
আয়ু যায় আলে-জালে কেতিক্ষণে ধৰে কালে
নিৰন্তৰে বোলা ৰাম ৰাম।।

## বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়[১]

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
এহি মতে যান্ত যেৱে দৈৱকী-তনয়।।
নাৰীগণে শুনিলেক কৃষ্ণ আসিবাৰ।
উৰুক মুৰুক কৰি পিন্ধে অলঙ্কাৰ।।
আসা আই বাই সৱে পদুলিক জাওঁ।
মাধৱ গোসাঁই আসে নেত্ৰ ভৰি চাওঁ।।
কৃষ্ণক দেখিবে লাগি বিহ্বল-স্বভাৱে।
লৱৰা-লৱৰি কৰি গৃহৰ বজাৱে।।
পিন্ধিল অঞ্জন মাত্ৰ এক নয়নত।
কেহোজনী এক পাৱে দিলেক আলক্ত।।

১। 'ৰুক্মিণীহৰণ কাব্য'ৰ পৰা উদ্ধৃত এই কবিতাত ভীষ্মকৰ ৰাজধানী কুণ্ডিলত কৃষ্ণই প্ৰবেশ কৰাৰ সময়ত পুৰনাৰীসকলৰ মাজত যি উখল-মাখল লাগি পৰিছিল তাৰ বৰ্ণনা দিয়া হৈছে।

এতেকতে কৃষ্ণ আসিবাৰ বাৰ্তা পাই।
সেহি মতে উঠি লৰৰন্তে কতো জায়।।
বিপৰীত কৰি কতো পিন্ধে অলঙ্কাৰ।
মাৰ্গত আঁৰয় কতো সাতসৰী হাৰ।।
ভৰিত মুকুট আঁৰে নূপুৰক মাথে।
কৃষ্ণক চাহিবে লাগি চলে আথে বেথে।।
কেহো জনো ওভতাই পিন্ধিল কাপৰ।
আঞ্চলক তল কৰি খুম্পন্হি উপৰ।।
এতেকতে শুনিলেক আসি পাইলা হৰি।
দিলেক লৰৰ খুঞ্চনিক হাতে ধৰি।।
পিন্ধিবাক লাগি বস্ত্ৰ লৈলা ভাল চাই।
গাৰৰ কাপোৰ পেলাই থৰে সোলকাই।।
এতেকতে শুনে হৰি আসে ৰাজবাটে।
বিমোহিত হুয়া কতো জায় উলঙ্গটে।।
কতো জনো সুখে গৈয়া আছিল ঘুমটি।
দিলেক লৰৰ চকমক কৰি উঠি।।
হলফল কৰে স্তন কেশ আউল-জাউল।
কৈৰা হৰি বুলি সৰে চলে যেন বাউল।।
কেহো জনো দেখাৱে আঙ্গুলি উপদেশি।
এহেন্তেসে কৃষ্ণ গোসাঁই জান্ত ৰথে বসি।।
দেখিয়োক ৰূপ কেন নয়নৰ সুখ।
সুকুমাৰ তনু হাসোঁ হাসোঁ কৰে মুখ।।
ভালেতো মুহিল গোকুলৰ গোপগণ।
ইহাঙ্ক দেখিয়া কোনে তাপৰিব মন।।
তেনয় দেখিলো যেন শুনি আছোঁ কাণে।
এহি বুলি জৰ্জৰিত ভৈল কামবাণে।।
কাহাৰো লাগিল আতি মাধৱত ধ্যান।
বাহুৱে আলিঙ্গি যেন কৰে নেত্ৰে পান।।
এক দৃষ্টি কৰি কেহোজনী চাই থাকে।
চক্ষু বলাই কৃষ্ণে জোনো চাহিবে আমাকে।।
অতিশয় ভোল হুয়া কতো জনো উঠি।
টান-ছলে কৃষ্ণক দেখাৱে কাষ-পিঠি।।

জনক দেখাৱে হাস্য কৰি মুখ ঢাকি।
বস্ত্র কাতি কৰি টেৰ চক্ষু চাহি থাকি।।
বিমোহিত হুয়া কতো মাধৱক দেখি।
চিত্রৰ পুতলি যেন নভাসয় আখি।।
মদনে পীড়িলা আতি সহিতে নপাৰে।
বিমোহিত হুয়া আলগতে চুমা পাৰে।।
এহি মতে বিমোহিত ভৈল যত নাৰী।
একভিতি নচাই ৰঙ্গে চলন্ত মুৰাৰি।।

### পৰি পুনু ভাট চপয় কহ ৰাণী[1]

পৰি পুনু ভাট চপয় কহ ৰাণী।
কৃষ্ণক আগু ৰূপ বখানি।।
জয় যদুনন্দন দেৱকু দেৱ।
তোহাৰি চৰণে কৰহু বহু সেৱ।।
তোহি মহিমা কহতু নাহি অন্ত।
পূৰল পৰমা কীৰিতি দিগন্ত।।
তুহু সম পুৰুষ কতিহু নাহি পাই।
সুন অব বচনেক বোলোহো গোসাঁই।।
হামাকু কুণ্ডিল নগৰী অনুপাম।
আছে কন্যা এক ৰুক্মিণী নাম।।
ভীষ্মক-ৰাজ-নন্দনী বৰবালা।
বাঢ়য় নৱ জোনি চন্দ্রক কালা।।
কি কহব ৰমণীক ৰূপ পৰচুৰ।
বয়নক পেখি চান্দ ভেলি দূৰ।।
নয়নক পেখি পাই বৰ লাজ।
কয়ল ঝাম্প কমল জল মাজ।।

১। 'ৰুক্মিণীহৰণ নাট'ৰপৰা উদ্ধৃত। ভীষ্মকৰ ৰাজধানী কুণ্ডিলৰপৰা দ্বাৰকালৈ যোৱা ভাট এজনে কৃষ্ণক লগ পাই তেওঁৰ আগত ভীষ্মকতনয়া ৰুক্মিণীৰ অপূৰ্ব সৌন্দৰ্যৰ বৰ্ণনা দিছে।

বন্দুলি অধিক অধৰ কৰু কান্তি।
ওতিম মোতিম দশনক পান্তি।।
সুবলিত ভুজ-যুগ ৰতন মোলান।
উৰু কৰিকৰ কটি ডমৰুক ঠান।।
নৱ-পল্লৱ-ৰুচি পদ-যুগ সোহে।
পেখিতে সুৰ-নৰ-মুনি-মন মোহে।।
বাণী অমিয়া-ৰস গুণে নোহে হীন।
ৰাজকুমাৰীক বয়স নবীন।।
কতনু যতনে বিধি কয়ো নিৰমাণ।
সে কন্যা হৰে প্ৰভু তোহাৰি সমান।।
কহলু স্বৰূপ অব বচন বিচাৰি।
হোবয় গৃহিণী জব ৰুকমিণী নাৰী।।
তব কৃহবাস সাফল হোবে নাথ।
কহল ভাট উপৰ কৰি হাত।।
কৃষ্ণৰ কিঙ্কৰ ওহি শঙ্কৰ বোল।
কহ অব নৰ সব হৰি হৰি বোল।।

## হৰি, হৰি, কিনা ভেলি ৰাজকুমাৰী[১]

ৰাগ গৌৰী ৰূপক তাল

হৰি, হৰি, কিনা ভেলি ৰাজকুমাৰী।
কমল-নয়ন পূৰি কৰি ঝুৰাবত
ঘন ঘন ফোকাৰে মুৰাৰি।। ধ্ৰুং।।

---

১। 'ৰুক্মিণীহৰণ নাট'ৰপৰা গৃহীত গীত। ৰুক্মিণীয়ে যেতিয়া এখন পত্ৰেৰে কৃষ্ণক স্বামীৰূপে বৰণ কৰিবৰ কাৰণে তেওঁৰ মনৰ দৃঢ়সংকল্প আৰু একে সময়তে এক ষড়যন্ত্ৰক্ৰমে চেদিৰ কুখ্যাত ৰজা শিশুপালক বৰণ কৰিবলৈ বাধ্য হোবাৰ সম্ভাবনাৰ কথা জনালে, তেতিয়া ৰুক্মিণীৰ কাৰণে তেওঁৰ যি উৎকণ্ঠা হৈছিল তাৰ বৰ্ণনা কৰা হৈছে।

কৰত কতনু তেৰি নাৰী নিকাৰু
মোহে বিৰহ দহে আগি।
তুহু জৱ জীৱন বালা ছোড়হ
হড তব তুৱা বধ-ভাগী।।
তেৰা দৰশন কৈসন হোই
সুমৰিতে তনু মন তাৱে।
মিলল অধিকহু হৰিকো আকুল
কৃষ্ণ-কিঙ্কৰ ৰস গাৱে।।

## দৈৱকী-উদৰে উদয় জোহি দেৱা[১]

দেৱকী-উদৰে উদয় জোহি দেৱা
কয়লি ভকতক ত্ৰাণ।
অঘ বক ধেনুক কেশী সৱংশক
কংসক ধ্বংসল প্ৰাণ।।
বিৰিন্দা-বিপিন- বিহাৰ-বিশাৰদ
শাৰদ চন্দ্ৰ-সমান।
সোহি জগত-গুৰু তেৰি সততে কৰু
মুকুতি-মঙ্গল বিধান।।
জোহি গোপ-বধু বিবিধ বিধৰ্বল
পাৰিবল্ল ভুজ মেলি।
জোহি যমুনা-জল যামিনী কামিনী
মিলি কয় ৰঙ্গ কেলি.।
দুষ্ট অৰিষ্টক মুষ্টিক মোড়ল
. শঙ্খচূড় লেল প্ৰাণ।
সোহি জগত-গুৰু তেৰি সততে কৰু
মুকুতি-মঙ্গল বিধান।।

---

১ এইটোৱেই ‘কালিদমন নাট’ৰ শেষৰ মুক্তি-মঙ্গল ভটিমা (অৰ্থাৎ সকলোৰে পৰম শান্তি কামনা কৰি গোৱা বিষ্ণু-কৃষ্ণৰ স্তুতি। সংস্কৃত নাট্যশাস্ত্ৰৰ ভৰতবাক্যেৰে সৈতে এই মুক্তি-মঙ্গল ভটিমা তুলনীয়)।

জোহি ভূবিকহু ভাৰ উতাৰল
নিজ জন পূৰিয়ে কাম।
পাপী পাপক মূল উপাড়ে
উচৰি জাকেৰি নাম।।
জাহে নাম শুনি নীচ শ্বপচ মুনি
দেহো হোৱে একু সমান।
সোহি জগত গুৰু তেৰি সততে কৰু
মুকুতি মঙ্গল বিধান।।
সোহি বৈকুণ্ঠক কৃষ্ণক নাটক
উৎপাটক-দুখ-মূল।
পুণ্যক সঞ্চন কলি-মল-ধ্বঞ্চন
নাহি নাহি ওহি তুল।।
সুন সভাসদ দেখু বিচাৰি
ভেলহ লোক একাকাৰ।
ধৰমক কৰমক আশা দূৰ কৰ
হৰি বিনে গতি নাহি আন।।
শ্ৰীৰামৰাই হৰি বিনে নাই
জাহেৰি হৃদয়-ধিয়ান।
ভকতিক শকতি জাহেৰি মিলন
পৰম ঈশ্বৰ গিয়ান।।
পাষণ্ড-দণ্ডন মণ্ডন ভকতক
হৰি-ৰস-ৰসিক সুজান।
কালি-দমন কৰাৱত নাটক
কৃষ্ণ-কিঙ্কৰ ওহি ভাণ।।
সুন সৱ লোই বচনক মোই
সৱ তেজি ভজ হৰি-পাৱ।
ওহি ভৱ-দুৰ্গম- সাগৰ তৰণে
কৃষ্ণ-পাদ-পল্লৱ নাৱ।।
দেৱক উপৰি ৰাজা মাধৱ
ধৰমক উপৰি নাম।
কোটি কলপক পাতক-নাশক
ডাকি বোলহু ৰাম ৰাম।।

## হৰি হে, বুঝলো তুহু বৰ নিদয়া[১]

### ৰাগ সুহাই যতিমান

হৰি হে বুঝলো তুহু বৰ নিদয়া।
নিকৰুণ বাণী-বাণে মৰম হানি
দাৰল হামাকেৰি হৃদয়া।। ধ্ৰুং।।
পতি সুত সব অব ছোড়ি পৰল নাথ
তুৱা পদ-পঙ্কজ-আগ।
ভকত-কৃপাল গোপাল তেৰি কৈসে
টুটল নব অনুৰাগ।।
তুহু বিনে মাধব দেহা নাহি ৰাখব
বিৰহিণী ছোড়ব প্ৰাণ।
নকৰহু নৈৰাশা তুহু জগতবাসা
কৃষ্ণ-কিঙ্কৰে এহু ভাণ।।

## মাই, মাই, হৰিক বিছুৰি কত ৰহবি[২]

### ৰাগ অহিৰ একতালি

মাই, মাই, হৰিক বিছুৰি কত ৰহবি।
জাহে নেহাৰি সুৰ ৰমণী মুৰুছি পৰে
তাহে বিৰহ কত সহবি।। ধ্ৰুং।।
বাম বাহুত বাম কপোল মিলায় কেলি
কদম্বক মূলে বেণু বায়।
সুনি বেণু ধেনু ধৰত তৃণ দশনু
বহি নীৰ নয়ন ঝুৰাই।।
সুনিয়া মোহন ধ্বনি তম্ভিত তৰঙ্গিণী
পুলক কমল কুল দোলে।
হৰিণো হৰাৱত চেতন এ তনু
বিছুৰি ৰহত ৰস-ভোলে।।

---

পূৰ্ণিমাৰ ৰাতি যমুনাতীৰৰ বৃন্দাবনলৈ লৰি গৈ কৃষ্ণৰ মুখত যেতিয়া গাৰ্হস্থ্য-নীতিৰ বিষয়ে কিছুমান নীৰস উপদেশ শুনে পালে তেতিয়া গোপীসকলে গোৱা গীত। 'কেলিগোপাল নাট'ৰ পৰা উদ্ধৃত।

২। কেলিগোপাল'ৰ অন্যতম গীত। কৃষ্ণৰ সৈতে ৰাসনৃত্যত ৰাত্ৰি যাপন কৰাৰ পিছত দিনটো ঘৰতে আবদ্ধ হৈ থাকিব লগীয়া হোৱাত গোপীসকলৰ মনঃকষ্ট এই গীতে ফুটাই তুলিছে।

নীল তনু পীত পট     পেখি গগন ঘন
বোলি সুৰুজ কৰি মান।
ছায়া ছত্ৰ ধৰত     কৰত মধুৰ ধুনি
কৃষ্ণ-কিঙ্কৰে ৰস ভাণ।।

### অন্য দেৱী দেৱ নকৰিবা সেৱ[১]

অন্য দেৱী দেৱ     নকৰিবা সেৱ
নখাইবা প্ৰসাদ তাৰ।
মূৰ্তিকো নচাইবা     গৃহো নপশিবা
ভক্তি হৈব ব্যভিচাৰ।।
একে কৃষ্ণ দেৱ     কৰিয়োক সেৱ
ধৰিয়ো তাহান নাম।
কৃষ্ণ-দাস হুয়া     প্ৰসাদ ভুঞ্জিবা
হস্তে কৰা তান কাম।।

### যাৰ যেন মতি কৰে বেদক ব্যাখ্যান[২]

যাৰ যেন মতি কৰে বেদক ব্যাখ্যান।
নিজ অৰ্থ ভকতিক তেজি বুজে আন।।
কেহো বোলে বেদে কৰৈ যজ্ঞ ব্ৰত দানে।
কেহো বোলে ক্ষুদ্ৰ দেৱ পূজা তীৰ্থ স্থানে।।
কেহো বোলে বেদে কৰৈ জ্ঞানতেসে গতি।
গুণৰ ইচ্ছায়ে বুজে যাৰ যেন মতি।।
তপ জপ পৰম সন্ন্যাস মহাদানে।
নপাৰে আমাক সাংখ্য যোগ তত্ত্বজ্ঞানে।।
কেৱল ভকতি মাত্ৰ মোক কৰৈ বশ্য।
কহিলো উদ্ধৱ ইটো তোমাত ৰহস্য।।

---

১। শঙ্কৰদেৱৰ 'ভাগৱতপুৰাণ'ৰ দ্বিতীয় স্কন্ধৰ বিভিন্ন অধ্যায়ত থকা উপদেশসমূহৰ অন্যতম।

২। কৃষ্ণই উদ্ধৱক দিয়া উপদেশৰ একাংশ ('ভাগৱতপুৰাণ', একাদশ স্কন্ধ)। "উদ্ধৱক সম্বুধি মাতন্ত কৃষ্ণে পাছে" গীতৰ ই পৰিপূৰক।

# শ্ৰীশ্ৰীমাধৱ দেৱ

'শঙ্কৰে ভকতি প্ৰকাশিলা মাত্ৰ মাধৱেসে প্ৰচাৰিলা' বুলি অসমীয়া ভাষাৰ প্ৰথমজন চৰিত-লেখক দৈত্যাৰি ঠাকুৰে অসমৰ ভক্তিৰ ইতিহাসত 'দুজনা গুৰু'ৰ স্থান-মান আৰু কীৰ্তি নিৰূপণ কৰি গৈছে।[১] 'হৰি-নাম-ৰসে / বৈকুণ্ঠ প্ৰকাশে / প্ৰেম-অমৃতৰ নদী। শ্ৰীমন্ত শঙ্কৰে / পাৰ ভাঙ্গি দিলা / বহে ব্ৰহ্মাণ্ডক ভেদি।।'[২] — এই আষাৰ বাণী হ'ল স্বয়ং শ্ৰীমাধৱদেৱ পুৰুষৰ। বৈকুণ্ঠত থাকিবৰহে যোগ্য প্ৰেম-ভক্তি অমৃতময়। তাক সকলো মানুহৰ প্ৰাপ্য সাহোন কৰি তুলিলে শ্ৰীমন্ত শঙ্কৰে। সেই অমৃত-সম্পদৰ উত্তৰাধিকাৰটি সৰ্বজনৰ হৈ গুৰুজনে থৈ গ'ল শ্ৰীমন্ত মাধৱৰ হাতত গণককৃছিত সেই আদৰ্শ গুৰু-শিষ্যৰ হৃদয়ত হৃদয় মিলাই কৰা অন্তিম আলাপৰ বেলা 'সাৰা নিশা শক্তিভক্তি বলপৰাক্ৰম সবাকে চোট আতাত থৈ ভাগু ৰাকি অমৃত পান কৰাই।'[৩] এক, গুৰুজনে অৰ্পণ কৰি থৈ যোৱা সেই ভক্তিৰ মৰ্ম, আৰু দ্বিতীয়তে গুৰুজনৰ বাহিৰে শ্ৰীমাধৱদেৱৰ জীৱনত-মৰণত সাৰ 'বস্তু' আন একো নাছিল— এই কথাই মনীষীজনাৰ জীৱন আৰু সাহিত্যকৰ্ম অধ্যয়ন কৰিলে আমাৰ মানসত পৰিস্ফুট হৈ উঠে। দুজনা গুৰুৰ জীৱন-কথা এনে ওত-প্ৰোতভাবে মিহলি হৈ আছে সেই দুনেছা বিচিত্ৰ ৰঙৰ সূতা স্পষ্টকৈ দুনেছা কৰি উলিওৱা সহজসাধ্য নহয়। গুৰুৱে শিষ্যক 'প্ৰাণ-বান্ধৱ মাধৱ' বা 'মাধৱ বান্ধৱ' বুলিহে গ্ৰহণ কৰিছিল, নিজৰ জীৱনত শিষ্যৰ প্ৰভাব নিজেই স্বীকাৰ কৰিছিল। আন কি, পত্নীৰ কথাত শিষ্যক ৰৰাই জোঁৱাই কৰি ল'ব নোৱাৰি এক মহৎ পৰাজয় স্বীকাৰ কৰি লৈছিল। 'তেহে বোলে, ৰৰাৰ পো, আৰু দিনা চাৰি আগে লাগ পালোহতে তোমাক ঃ এ আমিও ৰামানন্দৰ মাকক বিয়া নকৰালোহতে ঃ তেও কৰাইচো বুলি গৃহঅন্ধকূপত প্ৰাণ ত্যাগ কৰা নাজাব। হৰমোহনৰ কীৰ্তন কৰিছিল, সেইখিতে ঘোষাত দিছে ঃ মাধৱ বান্ধৱ দেৱ হৰি ঃ কৰা কৃপা দোষে ক্ষেমা কৰি।।'[৪] সমানে সমানে তৰ্ক কৰিবলৈ আহিযে মাধৱ শঙ্কৰ গুৰুৰ শিষ্য হ'ল। পিছলৈ শিষ্যৰ গভীৰ গীতকবিত্বগুণৰ গুৰুৱে পদে পদে প্ৰশংসাবাদ কৰিছিল। মাধৱদেৱ আছিল ইয়াৰ উপৰি এক উচ্চ কোটিৰ কলাকাৰ। বস্তুত দূৰ পথ জিনিব পৰা কণ্ঠ। সেইহে আধুনিক এজনে তেওঁক বুলিছে শ্ৰীকণ্ঠ মাধৱ— শ্ৰীকণ্ঠ।

দুজনা গুৰু

---

১। দৈত্যাৰি ঠাকুৰ, "মহাপুৰুষ শঙ্কৰদেৱ ও মাধৱদেৱৰ জীৱন চৰিত", হৰিবিলাস গুপ্ত-প্ৰকাশিত, তেজপুৰ, পদ ১৯০০

২। নামঘোষা, মহেশ্বৰ নেওগ-সম্পাদিত, ১৯৫৫, ঘোষা ৩৭১

৩। গুৰু-চৰিত-কথা, মহেশ্বৰ নেওগ-সম্পাদিত, ১৯৮৭, ছেদ ৩৯০

৪। তাতে, ছেদ ১৪১

ক্ষণজন্মা পুৰুষ মাধৱৰ জন্ম হৈছিল কোনটি ক্ষণত, সেই সম্পৰ্কে তৰ্ক কৰিবৰ থল আছে। চৰিত-পুথিৰ বিচাৰত শঙ্কৰ গুৰু বৃন্দাবনত থকা সময়ত, বৰ্তমানৰ উত্তৰ লখীমপুৰৰ অন্তৰ্গত নাৰায়ণপুৰ অঞ্চলৰ লেটেকুপুখুৰীৰ ওচৰৰ 'হৰ-সিঙা (হৰিসিঙা, হৰিসিংহা, হৰিসিংহ) বৰাৰ ঘৰত অসমৰ দ্বিতীয় মহাপুৰুষ শ্ৰীমাধৱদেৱৰ আবিৰ্ভাৱ হয়। মাধৱদেৱৰ জন্ম ঠাই বৰ্তমান খেৰাজখাত মৌজাৰ অন্তৰ্গত ; জন্মৰ বেলা নাভি কাটি কাচিথন পেলোৱা বাবে কাচিকটা নৈৰ তেনে নাম হোৱা বুলি জন-বিশ্বাস আছে। এতিয়াও ডিক্ৰুং নৈৰ পাৰৰ 'মাধৱৰ সত্ৰ' বোলা থানে এই পবিত্ৰ জন্মৰ কথা সোঁৱৰাই আছে। চৰিত-পুথিত জন্মৰ লগ্নৰ বিষয়ত অলপ হেৰ-ফেৰ দেখা যায়। ৰামানন্দৰ মতে, "শুক্ল নৱমীত জানা বৈশাগ মাসত। দিবা ভাগে জন্মিলন্ত দুই প্ৰহৰত।"[৫] বৰদোৱাৰ চৰিতৰ মতে, "১৪১১ শকৰ জেঠ মাহৰ পূৰ্ণিমা তিথিত ৰবিবাৰে মধ্যনিশাত।" কথাচৰিত অনুসৰি, "জ্যেষ্ঠ মাহ ৰবিবাৰ আমাবস্যা তিথি ঃ ভৰণী নৈক্ষেত্ৰ ১৪১১।। এদিন যাওঁতে দুই প্ৰহৰ নিশা ছদ্ম নৰদেহা বেকত হৈছে গুৰুজন।।" ৰামৰাইৰ "সন্তসবৰ বংশাৱলী"- মতে ১৪১১ শক, জেঠ মাহ, দেওবাৰ, কৃষ্ণপঞ্চমী তিথিত মাধৱৰ জন্ম। বেজবৰুৱাৰ উদ্ধৃত চৰিতত আছে, "চৌদ্ধ শ আঘাৰ অব্দে জৈষ্ঠ মাস নিশি। কৃষ্ণপক্ষ ৰবিবাৰ প্ৰতিপদ শশী।"[৬] মুঠতে ১৪১১ শকৰ জেঠ মাহত মাধৱ পুৰুষ ভূ-তলত আবিৰ্ভাৱ বুলি বুজিব পাৰি।"[৭]

মাধৱ পুৰুষৰ জন্ম, জেঠ ১৪১১

মাধৱদেৱৰ পূৰ্বপুৰুষসকলৰ পুৰুষীনামাতো মত-ভেদ দেখা পোৱা যায়। ৰামানন্দ দ্বিজৰ মতে মাধৱদেৱৰ এজন পূৰ্বপুৰুষ চণ্ডীবৰ বৰভূএগ়াৰ লগত কামৰূপ ৰাজ্যলৈ আহি বাগুকাত বৈছিলহি আৰু তেওঁৰ বংশতেই মাধৱৰ পিতৃ গোবিন্দগিৰীৰ জন্ম। বেজবৰুৱাৰ উদ্ধৃত এখনি চৰিতমতে গোবিন্দৰ উপৰিপুৰুষসকলৰ নাম– 'কৃষ্ণ বিষ্ণু ভূয়াঁ / গোপাল কৃপাল / জনাৰ্দন ভূয়াঁ ভৈল। জনাৰ্দন-সূত / মহাজ্ঞানবন্ত / গোবিন্দ নাম ধৰিল।[৮] "গুৰু-চৰিত কথা" মতে 'প্ৰথমে আদি কৃষ্ণ ভূএগ়া ঃ তানে পুত্ৰ বিষ্ণু ভূএগ়া ঃ তানে পুত্ৰ গোপাল ভূএগ়া ঃ তানে পুত্ৰ কৃপাল ভূএগ়া ঃ তানে পুত্ৰ ৰাম ভূএগ়া ঃ তানে পুত্ৰ জনাৰ্দন ভূএগ়া ঃ তানে পুত্ৰ চিৰাম ভূএগ়া ঃ তানে পুত্ৰ মুকুন্দ ভূএগ়া ঃ তানে পুত্ৰ গোবিন্দ ভূএগ়া ঃ তানে পুত্ৰ কাৰণ গুৰুজন ঃ জেষ্ঠ ভাতৃ দামোদৰ ঃ পত্নী সচি ঃ তানে পুত্ৰ অনিৰুদ্ধ তানে পুত্ৰ পৰ্শুৰাম ঃ তানে পুত্ৰ ৰামদেৱ ঃ তানে পুত্ৰ পৰমানন্দ বগুকাত।'[৯] দলগোমা-সত্ৰৰ

পুৰুষীনামা

৫। ৰামানন্দৰ মতে নাৰায়ণপুৰৰ বালিগাঁৱত মাধৱৰ জন্ম।
৬। 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ', পিঠি ৬৩, পাদটীকা
৭। মহেশ্বৰ নেওগ, "শ্ৰীশ্ৰীশঙ্কৰদেৱ", ১৯৮৫, পিঠি ৩৮
৮। বেজবৰুৱা, পিঠি ৬০।
৯। গুৰু-চৰিত-কথা, ছেদ ৯১

অমৃতভূষণ অধিকাৰীয়ে দিছে-- 'ব্ৰহ্মাগিৰী, তস্য পুত্ৰ ধৰ্মগিৰী, তৎপুত্ৰ অনন্তগিৰী, তৎপুত্ৰ ভৱগিৰী, তস্য পুত্ৰ বহুগিৰী, তস্য পুত্ৰ দীঘলপুৰীয়াগিৰী, তস্য পুত্ৰ ৰামকানাই গিৰী, তস্য পুত্ৰ মহাপুৰুষ শ্ৰীমন্ত মাধৱদেৱ।'[১০] আনফালে চৰিতবিলাকত একেজনা গোবিন্দগিৰীৰ বিভিন্ন নাম দিয়া হৈছে-দীঘল-পুৰীয়াগিৰী, ৰামকানাই, লামাকণাগিৰী, নামকণাগিৰী, বৰকণাগিৰী, দীঘলকণাগিৰী আৰু মহোদৰ ভূঞা।[১১]

কামতা-কামৰূপ ৰাজ্যত সেই সময়ত ৰাজনৈতিক সন্ধিক্ষণ। ভাগ্য-অন্বেষী কোচ বীৰ বিশ্বসিংহই কামতাৰ ৰজা দুৰ্লভনাৰায়ণক বধ কৰি কোচ ৰাজ্য প্ৰতিষ্ঠা কৰে।[১২] তেওঁৰ লগত বাৰভূঞা উপাধি-ধাৰী স্থানীয় শাসকসকলৰ সংঘৰ্ষ হয়। কোনো কোনো ভূঞাই বিশ্বসিংহেৰে সহযোগিতা কৰিছিল। এজন প্ৰতাপী ভূঞা প্ৰতাপৰাই বৰ্তমান বাংলাদেশৰ অন্তৰ্গত ধৱলা (আজিকালি ধৰ্লা বা ধলেশ্বৰী) নৈৰ পাৰৰ বগুৰা বা বাগুৰা ৰাজ্যৰ অধিকাৰী আছিল। তেওঁ এবাৰ দুৰিত বিশ্বসিংহেৰে যুদ্ধ কৰিছিল আৰু পিছত ৰজাৰে মিত্ৰতা কৰিছিল।[১৩] গোবিন্দগিৰী বগুৰাত প্ৰতাপৰায় ভূঞাৰ মজিন্দাৰ ভঁৰালগিৰী বা কাকতী আছিল। পিছে তেওঁৰ পত্নী-বিয়োগ ঘটাত তেওঁ পুনৰ বিয়া কৰিবৰ মন নকৰি পুতেক দামোদৰলৈকে শচী নামে এজনী বোৱাৰী আনিলে। পিছত দামোদৰ আৰু শচীৰ এটি পুত্ৰ হয়-- অনিৰুদ্ধ। এওঁ দ্বিতীয় আৰু পঞ্চম স্কন্ধ ভাগৱত-পুৰাণৰ পদ ভাঙনি কৰিছে। পঞ্চম স্কন্ধৰ পদৰ আদিতে তেওঁ মাধৱদেৱক 'সম্বন্ধত আমাৰ কনিষ্ঠ পিতামহ' বুলিছে। এই স্কন্ধটি বেদ-পক্ষ-বাণ-শশাঙ্ক অৰ্থাৎ ১৫২৪ শকত বৰনগৰত সম্পূৰ্ণ কৰা হয়, কাৰণ অনিৰুদ্ধ কামৰূপৰ ৰঘুদেৱনাৰায়ণ ৰজাৰ কায়স্থ দলপতি নিযুক্ত হৈছিল।[১৪] দামোদৰৰ বিয়াৰ পিছতে গোবিন্দগিৰীৰ পুতেক-বোৱাৰীয়েকেৰে অলপ অমিল সৃষ্টি হয়। কামেশ্বৰে যি চৈধ্য ঘৰ ব্ৰাহ্মণ-কায়স্থ লোক এই দেশলৈ আনিছিল, তেওঁলোকৰ আৰু তেওঁৰে নিজৰো জীয়ৰী পুততি-মিত্ৰ বিচাৰি তেওঁ উজাই আহিল আৰু

বগুৰাৰ ভূঞা প্ৰতাপৰাইৰ ভঁৰালগিৰী গোবিন্দগিৰী

আলিপুখুৰীত গোবিন্দগিৰী মনোৰমাৰ বিয়া

১০। শ্ৰীমন্নামঘোষা, পাতনি

১১।গোবিন্দগিৰীৰ নামবোৰৰপৰা অনুমান হয়, তেওঁৰ কাণ দুখনি অসাধাৰণভাৱে ডাঙৰ আছিল আৰু সেই বাবেই সেই নামবোৰ।

১২। ৰামানন্দ , গুৰু-চৰিত-কথা, ছেদ ৯৫ , ছেদ ৯৩ ও লগতে চাব লগীয়া।

১৩। গুৰু-চৰিত-কথা, ছেদ ৯৫-৯৬। শঙ্কৰদেৱৰ লগত প্ৰথম দেখা হওঁতে মাধৱক গুৰুজনে প্ৰতাপৰাইৰ বতৰা সুধিছিল (ছেদ ১৩৭)। খাঁ চৌধুৰী আমানতউল্লা আহমেদে প্ৰতাপৰাই পাণ্ডুৱ ভূঞা বুলি লেখিছে, আৰু কৈছে, প্ৰতাপৰায়ে নিজৰ সুন্দৰী আৰু বিদুষী কন্যা ভানুমতীক নৰনাৰায়ণলৈ আৰু ভায়েক শুক্লধ্বজৰ কন্যা চন্দ্ৰপ্ৰভাক চিলাৰায়লৈ বিয়া দিয়ে (কোচবিহাৰেৰ ইতিহাস, প্ৰথম খণ্ড, কোচবিহাৰ, ১৯৩৬ পৃ ৮৯, ১০১)।

১৪। মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, ১৯৮৫, পিঠি ১৫৬

সুধি-পুছি আলিপুখুৰী পালেহি।[১৫] শঙ্কৰদেৱৰ পিতৃ কুসুমবৰে[১৬]তেওঁৰ পৰিচয় লৈ মনোহৰী নামে বংশৰে এটি কন্যা বিয়া দিলে আৰু আঠজন দুলীয়াৰে আঁঠু ভগা দোলা দি বৰদোৱাৰ পোনে পোনে উত্তৰপাৰৰ ৰটা বা ৰৌটা নৈৰ পাৰত বৰা পাতি থ'লে।

ৰটাৰ বৰা গোবিন্দগিৰী

এক বিবৰণমতে গোবিন্দগিৰী বিয়াৰ পিছতে বণ্ডুকালৈ যায় আৰু তাত সাত বছৰ থকাৰ পিছত ৰটা-টেমনিলৈ ঘূৰি আহি মনোৰমা আইকো বণ্ডুকালৈ নিব খোজাত ইষ্ট-মিত্ৰসকলে কামৰূপ ৰাজ্যৰ অৰাজকতালৈ আঙুলিয়াই হাক দি ৰাখে। 'গুৰু-চৰিত-কথা' মতে আকৌ বিয়াৰ পিছতে

গোবিন্দ-মনোৰমাৰ বিপৰ্যয়

দেশত ভোট-মাৰণ লগাত অৰ্থাৎ ভুটীয়াৰ আক্ৰমণ হোৱাত আঠ দুলীয়াই দ্ৰব্য বস্তু বান্ধি সপত্নীক গোবিন্দক দোলাত তুলি অটব্য চাপৰি হাবিত সোমালগৈ আৰু পতি-পত্নী এজোপা গছৰ তলত জিৰাওঁতে দুইকো ধৰি বিবস্ত্ৰ কৰি সকলো বস্তু-বাহানি ডকা দি পলাই গ'ল। আই

হৰসিংহ বৰাৰ আশ্ৰয়

তেতিয়া পাঁচমহীয়া অন্তঃসত্বা। দুযো গছৰ পাতেৰে লাজ ঢাকি আছে। আইৰ অচেতন হ'ব লগীয়া ক্ষুধা-তৃষ্ণাত গোবিন্দগিৰীয়ে ব্ৰহ্মপুত্ৰলৈ গৈ স্নান-পানকৈ জল আনোতে হৰসিংহ উজিৰ বৰা নামৰ এজন ৰাজবিষয়াৰ লোকে নাবৰপৰা তেওঁক দেখা পায়।[১৭]

এই সময়ত কি ৰাজনৈতিক-সামৰিক উপপ্লৱ হৈছিল, সেই সম্পৰ্কে চৰিতৰ ভিন ভিন মত। 'দৈত্যাৰিৰ মতে "আসমে", ৰামানন্দৰ মতে কছাৰীয়ে, বৰদোৱা, গুৰু-চৰিত কথা আৰু বেজবৰুৱাৰ মতে ভোটে উপদ্ৰৱ আৰম্ভ কৰে। বুৰঞ্জীৰ মতে, আহোম লাক্‌নি কাপচান শকত অৰ্থাৎ ১৪১১-১২ শকত দিখৌৰ পাৰত কছাৰী-আহোমৰ যুদ্ধ হৈছিল। সম্ভৱতঃ ৰটা-টেমনিৰ এই উপপ্লৱ তাৰে ফিৰিঙতি। "অসম বুৰঞ্জী"ত আছে, প্ৰায় এই সময়তে দিহিঙীয়া ৰজা চুহুম্মুঙৰ দিনত আহোমে কছাৰীক আক্ৰমণ কৰিছিল। "পাচে উজনিৰ টেৰ্মনিত আমাৰ ডাঙৰীয়াবোৰক ধৰিলেহি।"[১৮]

---

১৫। একমতে গোবিন্দগিৰী এইদৰে উজাই অহাৰ উদ্দেশ্য আছিল বণিজ কৰাহে।

১৬। বেজবৰুৱাৰ মতে মনোৰমা বা মনু শঙ্কৰৰ খুড়াকৰ জীয়েক আৰু শঙ্কৰদেৱেহে লাগি-ভাগি গোবিন্দ-মনোৰমাৰ ঘৰখন পাতি দিয়ে। ৰৌটা নৈৰ শেজা বৰ্তমান মঙলদৈৰ ভিতৰত পৰে। এসময়ত এই নৈ উত্তৰ পৰ্বতৰপৰা ওলাই ধনশিৰিত পৰিছিলহি।

১৭। "গুৰু-চৰিত-কথা"ই হৰসিংহ উজিৰ বৰাৰ প্ৰসঙ্গ উত্থাপন কৰিবৰ বাবে যিখিনি বুৰঞ্জীৰ লেখীয়া কথা দিছে, সেয়া বুৰঞ্জীৰ সময়-ৰেখাৰ অৱজ্ঞাৰে অলপ খেলি-মেলি বিৱৰণহে ঃ তেতি সমএ খোৰা ৰজা চলিল তানে পুত্ৰ বৰমেচলৌ স্বৰ্গনাৰাযণ মাক নাহৰক উপপতি ললত মাৰি নগৰ এৰি ৰাজা হৈএ আহি ডৰিকাত বাহৰ কৈ বৈ বাহগৰা বন্ধালে। লাচিতক বৰফুকন পাতি বঙ্গাল খেদি গুৱাহাটি পাতিচে।।

১৮। শ্ৰীশ্ৰীশঙ্কৰদেৱ, পিঠি ৪৯

লুইতৰ পাৰৰ চাপৰিৰ হাবিত লুকাই নলৰ চুঙা কৰি স্নান-পানকৈ জল লৈ আহোঁতে দৃষ্টিযে মনিব পৰাৰেপৰা হৰসিংহ বৰাই গোবিন্দ আতাক দেখি মানুহ দি আগচাই ধৰাই নিলে আৰু কথাৰ গুৰি কি সুধিলে। গোবিন্দগিৰীয়ে আঠ দুলীযাৰ নিষ্ঠুৰ কাৰ্যৰ কথা ভাঙি-পাতি ক'লে। বৰাই চুৰিয়া-চেলেং এযোৰ দিলে আৰু আইলৈকো পাট ৰিহা-মেখেলা দি অনালে হাবিৰপৰা, দুইকো আহ্নত তুলী-পাটী-গাৰু দি নিজৰ নাৱলৈ তুলি ল'লে আৰু নিজে কাঁড়ী-পাইকৰ লগত নাৱত উঠিল। লগে লগে সকলো হজুৰাক শুনাই তেওঁ ক'লে, বোলে, 'মই আৰা দুজনক পিতৃ-মাতৃ বুলিছোঁ, যাৰ মুখত অবাচ্য শুনিম, শুদাই নেৰিম।' ঘৰ পালতগেঁ নাৱৰপৰা আদৰ-সাদৰকৈ ঘাটৰপৰা আগবঢাই নি ঘৰৰ সকলোকে শুনাই পুনৰ বুলিলে, 'মই আৰা দুইক পিতা মাতা বুলিছো। অনাদৰ নকৰিব কেৰে।' এই বুলি ৰাজকৰ্মত তেওঁ নগৰলৈ যাত্ৰা কৰিলে। আনফালে, বৰাৰ পত্নী আৰু পুত্ৰই বৰাৰ আদেশ মানি আলহী দুগৰাকীক গৃহ-অভ্যন্তৰত ঠাই দি যত্নেৰে থ'লে। বৰানীয়ে আইৰ গৰ্ভৰ পাঁচ মাহ বুজি অন্ন পিঠা সমে পঞ্চামৃত জেউৰ গুৰা দিছে। ৰাজজঞ্জাল ভাঙি ঘৰলৈ ঘূৰোঁতে উজিৰ বৰাৰ তিনি মাহ লাগিল। ১৪১১ শকৰ জ্যৈষ্ঠ মাহত মনোৰমা আইৰ সৰ্বসুলক্ষণীয় এটি পুত্ৰ উপজিল। সাতজনা দেৱ-দিব্য নাৰীয়ে সুবৰ্ণৰ ঘট ধৰি স্নান কৰালে। পাঁচ দিনৰ দিনা পূৰ্বৰ ৰীতি মানি জ্যোতিষী গৰলা দলৈযে কোষ্ঠী গণি-পঢ়ি নৱজাতকৰ নাম থ'লে মাধৱ, আৰু কৈ গ'ল, 'অনন্ত মহিমা। ঈশ্বৰশক্তি। লোকদৰ্শনৰ কাৰণেহে মনুষ্য-ৰূপ। মহাধীৰ গম্ভীৰ-গহন ক্ষমাশীল কৃপা-ধৈৰ্যত বিষ্ণু-সম। বহু জীৱ নিস্তৰিব আত হন্তে। তোমাৰো কুশল।' পাছে ষট্‌কৰ্মী কায়স্থৰ সন্তান বুলি ছয়প্ৰকাৰ সংস্কাৰ কৰোৱা হ'ল-- নামকৰণ, জাতকৰ্ম, চূড়াকৰণ, কৰ্ণবেধ, উপনয়ন আৰু অন্নপ্ৰাশন।

মাধৱৰ জন্ম

উজিৰ বৰাৰ গৃহতে লামকণা আতাৰ আঢৈ বৰ্ষ গ'ল। বৰাৰ বৃহৎ টোল। ঘৰত সাত কুৰি বিবিধ প্ৰকাৰৰ লোক থাকে তেওঁৰ অধীনে— গোলাম, বহতীয়া, বন্ধা, লঠৰিয়া, ৰায়ত। পিছে এবাৰ চোৰ-ডকাইত ওলাই লুটপাত কৰি অৰাজকতাৰ সৃষ্টি কৰিলে। গোবিন্দগিৰীয়ে ঘটনাৰ আগে আগে কথাৰ ভু পাই বৰাৰ বাৰীতে সুকীয়াকৈ দুটা ঘৰ সজাই পত্নী আৰু কেঁচুৱা মাধৱেৰে থাকিবলৈ ল'লে। চাৰি বছৰ তাতে থাকিল। ইফালে মাধৱৰ জন্মৰ পিছৰপৰা বৰাৰ ধন-ধান, ম'হ-গৰু, ছনে-বনে, আনে-বানে বাঢ়ি আহিল। এবাৰ চ'তমহীয়া ধুমুহা-শিল-বৰষুণ আহি গছ-গছনি ভাঙি শইছ আদি থল-পাত কৰিলে, পশু-পক্ষীও কত মৰিল। কিন্তু কি আচৰিত! বৰাৰ ছাব্বিছ পুৰা জোৰা টোলটোৰ ভিতৰত ক'তো গছ-পাত এটাও নলৰিল। উজিৰে বুজিলে, সেইটি শিশু মাধৱৰে অতৰ্ক্য মহিমা। ল'ৰা-ছোৱালী নোহোৱা উজিৰৰ ঘৰত সেই হেন দেৱ-শিশুটিৰ আতোল-

বৰাৰ বাৰীত চাৰি বছৰ

তোল। সকলো মোহ যায় শৰীৰৰ বত্ৰিছ লক্ষণ দেখি, 'ছত্ৰাকৃত মাথ, আকুঞ্চিত কেশ, পূৰ্ণচন্দ্ৰ বদন, কুন্দ-কচি দশন, নাসা তিল-ফুল, আয়ত লোচন বাহু বক্ষস্থল, উৰু ৰাম-কল, চৰণ-কমল দেখি মনোহৰ।' ব্ৰজৰ ব্ৰজাঙ্গনাসকলৰ মাজতহে যেন বালক কৃষ্ণ। সেই বালক কৃষ্ণৰ দৰেই মাধৱে দুৰন্ত কামবোৰ কৰি ফুৰে। এদিনাখন প্ৰকাণ্ড কাঠৰ মেজি এটা ঠেলা মাৰি দিলে পেলাই। বৰা-বৰানীয়ে ল'ৰা মানুহ কাঠৰ হেচাত চেপেটা হ'ল বুলি ভাবি হিয়া ঢাকুৰি লৰি গৈ দেখে, খেলি-মেলি কাঠ-দ'মৰ মাজত হাঁহি হাঁহি বহি আছে। এদিন আকৌ ধান বহোৱা জুই জ্বলি থকা আথাত মাধৱ গৈ বহি আছে। মনোৰমা আই আৰু বৰানীয়ে চাই দেখে, একোৱেই হোৱা নাই। আন এদিনাখন ৰান্ধনীলে বুলি যতাই থোৱা চাউল-পাত লণ্ড-ভণ্ডকৈ পেলাইছে। বৰানীয়ে বোলে, 'আই, চোৱাঁহি তোমাৰ পুত্ৰৰ কৰ্ম।' আয়ে দেখি ইস্ আস্‌কৈ ঠাইখন অটাইছে। বৰাই আকৌ বোলে, 'কিনো বৰ কথাটো হ'ল। মোৰে গিৰি-দ্ৰব্য কি বস্তু। আতা-আইক মাও-বাপ বুলিছো। আৰু মাধৱ? আৰা একা পিতৃ-মাতৃ, ভ্ৰাতৃ-গুৰু, বন্ধু-সুহৃদ, সোদৰ দেউ, মোৰ শিৰৰ শিখৰ সিন্দুৰ।' এনে আতোল-তোলত গোকুলত কানাই বঢ়াৰ দৰে বালক মাধৱ বাঢ়ি আহিল।

মানুহ শিশু নহয় যেন কোনোবা অতিমানৱীয় দেৱতাহে ছদ্ম কৰি আছে। সকলোৰে মাজত তেনে বিশ্বাস এটা জীপ লৈ উঠিল। নানা কথা ওলাল। হৰসিংহ বৰাৰ এবাৰ জেঠমহীয়া প্ৰচণ্ড জ্বৰ উঠিল। তেৰ দিন মুখলৈ অন্ন এটা তুলিব পৰা নাই।

শিশু মাধৱৰ অতৰ্ক্য মহিমা

সেই বিহ্বল অৱস্থাত মাধৱে বৰাৰ গাত হাত দিয়াৰ লগে লগে জ্বৰ হৰ্ হৰ্ কৰে বহি গ'ল। বৰাই গাত তত পাই জলপান এটা ধৰি মাধৱক নতুন বৰকাপোৰ দি মান ধৰিলে। এদিন আকৌ বৰাৰ বাথানত বান্ধি থোৱা দামুৰি পোৱালিবোৰ ধৰফৰাই থকা দেখি মাধৱে সিহঁতৰ পখা এৰুৱাই বান্ধৰপৰা এৰুৱাই দিলে। গুৱালে চিয়ঁৰ-বাখৰ কৰি বৰাত গোচৰ দিয়াত মাধৱে পোৱালিবোৰ মনে মনে বান্ধি থৈ আহিল আৰু বৰাই 'বাপু, কিয় মেলিলা দামুৰিবোৰ, তেইছ কলহ গাখীৰ দইন্ পৰিল' বোলাত আসৈ মাতিলে, 'দদা, মিছা, দোৱাই চক, গাখীৰ নেপায় যদি মই পোৱালি মেলা হয়।' গাইবোৰ খীৱাই দেখে, আনদিনৰ দুগুণ গাখীৰ পোৱা গ'ল। সকলোৱে বোলে, 'শুদা শক্তি নহয় দেই।' এদিনাখন বালক মাধৱ সোমালগৈ বৰাৰ আদ্‌বনৰীয়া ম'হ জাকৰ মাজত। গুৱালে দেখিযে হায়ৌ বিঔ লগালে। কিন্তু আটাইতকৈ ডাইল ঘাই ম'হ কেইজনীয়ে মাধৱৰ সমুখত আগ ঠেঙেৰে আঁঠু পাৰিছে। বৰাৰ টোলৰ সমনীয়া ছাতৰ হৰি, হৰিবৰ, হৰাই, নিৰাই, নিৰঞ্জন, নিৰাময়, নৰহৰি, নাৰায়ণ, নৰোত্তম, এই নকে মুখ্যকৈ একে লগে ল'ৰা-ধেমালি কৰি ওমলে—

ডুগ, ঢোপ, চোৰৈ, বাঘ, পঁচি, পাহঘিলা, সোৰটাঙ্গ। এদিন মাধৱৰ হাত লাগি হৰিৰ হাত ভাগিল , মাক-বাপেকে গোবিন্দগিৰীক নুবুলিব লগীয়া কথা বুলি গ'লহি। আতাই মাধৱক মাৰিবলৈ খেদা মাৰিছিল। বালক মাধৱে গৈ 'ক'ত দুখ পালি' বুলি হৰিৰ হাতত হাত দিবলৈহে পালে, সকলো বিষ পানীকৃত হৈ পৰিল। সবেও ক'লে, বোলে, 'এৰাজন নোহন্ত মানুষ। এহেন্তেসে পৰম পুৰুষ।।' আন এদিনা। ৰবাৰ ছাগলী ৰথা দুটা পাটগোহালিত দুশ ছাগ। তাৰে এটা ভেৰাৰ ঠেঙত ধৰি দলি মাৰোঁতে ঠেং ভাগি সি পৰি ৰ'ল, কিন্তু মাধৱে ভাল হ'ব বুলি চৰণখনি লগোৱাৰ লগে লগে সি উঠি লৰ মাৰিব পৰা হ'ল। এবাৰ দিকলিঙ্গি ববুৰাই মমাই বৰুৱাত গোচৰ দিয়াত হৰসিংহ ৰবাৰ জগৰ ধৰি ৰজাঘৰীয়া সাৰাই ঠাৰা-বন্দী কৰিলে, গা ধুবলৈকো যাবলৈ নিদিয়ে। মাধৱ গৈ কথা-বাৰ্তা হোৱাত তেওঁৰ তেজৰ প্ৰভাৱত ৰজাৰ মানুহে ৰবাক বন্দীৰপৰা মুকলি কৰি দিলে, জগৰো এৰিলে। আন এবাৰ ৰবা নাৰায়ণপুৰলৈ জাইগিৰি ধন তুলিবলৈ যাওঁতে চাউল সিজাই দিবলৈ মাধৱক লৈ গৈছিল। ত'ৰ গমিব হাজাৰিৰ গৃহত ৰওঁতে দুকঠা চাউলৰ ভাতেৰে আঢ়ৈ কুৰি লোকক জোৰাই খুৱালে। পুৰা হাজাৰিয়ে পাঁচ টকা ৰূপ আৰু বস্ত্ৰ এযুৰিৰে মানকৈ বিদায় দি পঠালে। শিশু মাধৱৰ মহিমাৰ বলত পাবলগীয়া ৰজা-ধন দুশ ৰূপৰ ঠাইত সেইদিনা তেৰ কুৰি উঠিল। ৰবাই সেইদোঁখ ঘৰলৈ আহি মাধৱক দহটকা ৰূপ পুৰস্কাৰ দিলে।[১৯]

এক কাতিমহীয়া বৰ আকাল পৰিল। গোবিন্দগিৰী আৰু মনোৰমা আই দুই-তিনিসাজো লঘোনে থাকে। এদিন ৰবানীয়ে ৰবাক বেৰাকাঁহীতকৈ কেইবাখনো দিহেৰে খাবলৈ দিছে— কাৰণ, তেওঁলোকৰতো আকাল নাই। খোৱাতে ৰবাই আই-আতাৰ দুৰ্দশাৰ কথা জানি ৰবানীক দপিবলৈ ধৰিলে, বোলে, 'যাৰ যহত শাঁক-সেন্দুৰ, তাক পাতে ভোকোৰা এন্দুৰ। মই ৰাজকাৰ্য্যত ফুৰোঁ, তুমি বিচাৰ নোলোৱা। আতা-আই মোৰ মাও-বাপ, মাধৱ মোৰ জীৱৰ ঈশ্বৰ।' তেহে চাউল, লোণ-তেল পাচি ভৰাই দিছেগৈ আৰু আতা-আইৰ খোৱা হৈছে। ৰবা কলনপুৰলৈ ৰজাধন তুলিবলৈ যাওঁতে মাধৱো লগতে যায়। সেইদিনা দেশৰ মুঠ ধন এঘাৰ কুৰি উঠিছে ; তাত আগেয়ে

১৯। গুৰু-চৰিত-কথা, ছেদ ৯৭ ১১৩

বেজবৰুৱাৰ মতে 'মাধৱ চৌদ্ধ পোন্ধৰ বছৰ বয়সীয়া হলত উজিৰে নিজৰ কাৰ্য্যত ইফালে সিফালে ফুৰিবলৈ যাওঁতে লগে লগে মাধৱক লৈ ফুৰিছিল।' আৰু এদিন নৰনাৰায়ণপুৰৰ তিতা চোমদাৰৰ ঘৰৰ আগেদি দুয়ো গৈছিল আৰু ৰবাই চোমদাৰৰ ঘৰৰ আগৰ চঁপাফুল পাৰি মাধৱক দিছিল (শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ, পিঠি ৬৪১। "গুৰু-চৰিত-কথা" মতে ৰবাই চঁপা ফুল পাৰি পিন্ধোৱাটি গোবিন্দগিৰীয়ে লেটেকুপুখুৰীৰ পশ্চিমপাৰত ঘৰ কৰা পিছৰ বৰ্ণনা আৰু সেয়া হৈছিল হৰিপুখুৰীপাৰৰ মেললৈ যাওঁতে (ছেদ ১২০ ২১)।

একুৰি টকা ঘাটি পৰে। প্ৰজাৰপৰা টকা উলিয়াবলৈ বৰাই শাস্তি কৰিছে। মাধৱে দয়া-পৰবশ হৈ কৈছে, 'বৰা, এৰাঁ, নাই, দুখী-দৰিদ্ৰ লোক।' বৰাই বোলে, 'উপাৰ্জ্জ ধন ক'ৰ দিম? একুৰিকৈ টকা! দুই-এটকা নহয়।' কথিত আছে, তেতিয়া হেনো মাধৱে টকাত হাত ফুৰোৱাৰ লগে লগে টকা পূৰ হ'ল, ছমহা বেছিহে হ'ল।[২০]

মাধৱৰ তেতিয়া বয়স ন বছৰ। হৰসিংহ বৰাৰ বৃহৎ টোল, ডাঙৰ ঘৰ, এহেজাৰমান বন্দী-বেটী, গৰু-ম'হৰ জাক। এইবোৰৰ মাজত জাঁজ পাই গোবিন্দগিৰীয়ে লেটেকুপুখুৰীৰ পশ্চিম পাৰে দুটি ঘৰ কৰোৱাই তাতে থাকিলগৈ ছবছৰ। এনেতে এক অঘটন ঘটিল। আমি জানো, আতা আগতে বণ্ডকাৰ ৰজাৰ কাকতী আছিল। তেওঁ বুদ্ধিমন্ত লোক ; এদিন উজিৰক সুধিলে, 'তোমাৰ ৰজাই দিয়া এহেজাৰ গা-মানুহ আছে। আৰু কি পোৱা?' উজিৰে বোলে, 'আৰু একো নাপাওঁ। পাৰে যদি, উপায় কৰক।' আতাই খাতোৱাল লিকচৌক বৰাৰ বৰীয়াকৈ মুগা, কপাহ, জালুকৰ খেতিত লগাই দিলে। তাতে বাহিৰা তিনি কুৰি টকা লাভ হ'ল। পিছে, উজিৰ ৰাজনগৰলৈ যাওঁতে ইফালে পাইকে বৰুৱাৰ আগত গোচৰ দিলে, বোলে, 'আমাৰ উজিৰে লগত ভাটিফালৰ কাকতী এটা ৰাখিছে। সি ধন খাই আমাৰ দেশ ভাঙিলে।' বৰুৱাই দূত পঠিয়ালে কাকতীক ধৰিবলৈ। উজিৰে সি কথা গম পাই আতালৈ গুপুত বতৰা পঠালে, 'ৰায়তে গোচৰ দিছে, বৰুৱাই ধৰিবলৈ সেৰা পঠিয়াইছে। আতা আঁতৰক শীঘ্ৰে।' এই সম্বেদ পায়ে আতা, আই, মাধৱ নিশাতে ভাগিল।[২১]

লেটেকুপুখুৰীত ছবছৰ

হৰসিংহ বৰা হেন এজন বন্ধুৰ পাখিৰ আঁৰৰপৰা তিনিজনীয়া সৰু পৰিয়ালটি ওলাবলৈহে পালে, দেশ জুৰি আকাল আৰম্ভ হ'ল। আনফালে, গোবিন্দগিৰীৰ জিকিৰি পীড়া হ'ল ; মূত্ৰ ত্যাগ কৰোঁতে পোৰণি আৰু বিষ হয়। গাত সেক দিবলৈ নিতে এভাৰ খৰি কিনিব লাগে , কলৰ থিয় থোকাৰ মোকচ এটাও লাগে, তাৰ ধন বুলি এথোকা কলৰ বেচ লয়। লোণ-তেল, অন্ন-বস্ত্ৰতে এনেকৈ ডেৰ কুৰি টকা ভাগিল। তেহে বাপ-পো দুয়ো নোৱৰাত ভিক্ষা-বৃত্তি ধৰিলে। দিনটোৱে মাগি ফুৰে, গধূলি তাকে খায়, পুৱালৈ নাটে। এদিন দিনটো মগনা মাগিও কণটো নেপালে। দিনটো লঘোনত আতাৰ গা ৰহিল।

বৰাৰ ঘৰ ত্যাগ, আকাল, মাধৱৰ ভিক্ষা-বৃত্তি

২০। গুৰু চৰিত-কথা, ছেদ ১১৭ ১৯

২১। গুৰু-চৰিত-কথা, ছেদ ১২০-২৩

বেজবৰুৱাৰ মতে হৰশিঙ্গা বৰা উজিৰৰ মৃত্যু হ'ল আৰু দেশত দুৰ্ভিক্ষ আৰু বিভ্ৰাট হ'বলৈ ধৰাত পুত্ৰ-পৰিবাৰেৰে গোবিন্দগিৰী মিত্ৰ কুটুম্বৰ ঘৰ বিচাৰি বৰাৰ ঘৰ এৰে ('শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ', পিঠি ৬৪-৬৫)।

তেওঁ স্নান কৰিবলৈ গ'ল। মাধৱে পমুৰাৰ এৰা বাৰী এখনত বিচাৰি এটি লাও পাই বাঁহৰ কৰ্তনী এডালেৰে তাৰে বুকু-ভাগ কচু-পাতত চুঁচি চুঁচি আই-আতা দুইকো আথে-বেথে খুৱালে। দুয়ো পৰম আতুৰত তাকে খাই জীৱটো ৰক্ষা কৰি মাধৱক নথৈ আশীৰ্বাদ কৰিলে। লাওৰ বাকী ৰোবা পিঠিখানিকে মাধৱে নিজে খালে।

সেই আপদৰ কালত ঘূৰি ফুৰোঁতে মাধৱ এবাৰ কাঁচিকটা নৈৰ কাষৰৰ এঘৰ যোগী-কাটনীৰ ঘৰত সোমাল।[22] গৃহস্থই পাট-পলু বাছিছে। মাধৱে তাকে চাই ৰ'ল। কাটনীয়ে সুধিলে, 'বাপু, কি চাইছা?' মাধৱে 'পলুহে চাইছোঁ। তোমালোকে মেলিব নাজানা। চোৰাঁচোন ডাঙৰবোৰৰ হেঁচাত সৰু পলু কিমান মৰিছে।' মাধৱে গৃহস্থৰপৰা খুজি তিনিখন ডলা লৈ, পলুৰ বৰ মাজু সৰু বাছি তিনিভাগ কৰি পাতো টান-কোমল চাই ভগাই দিলে। আটাইবোৰে চপ্ চপ্ কৰে পাত খাবলৈ ধৰিলে। কাটনীয়ে মাধৱক সুধিলে, 'পাট-পলু পুহি ইমান ডাঙৰ হ'লোহি। তথাপি এনে বুদ্ধি নেজানো, নেপাওঁ, বোপাই। তোম্ৰাসবক কি লাগে?' মাধৱে বোলে, 'আমি ভিক্ষুক, দিলে সব লাগে।' যোগীয়ে দোদোণমান ধান, লোণ, শাক বোজা বান্ধি দিলে। মাধৱে তাকে আনি মাতৃদেৱীক দিলেহি।[23]

দুৰ্ভিক্ষ আৰু দাৰিদ্ৰ্যই দুখ আৰু লাঞ্ছনা একেলগে লৈ আহিল। মাধৱে পিতৃক দুখত সুধিলে, "পিতা, পাবলৈকো নাই, কিনিবলৈও অৰ্থ টুকাল। তোমাৰ চিনা-জনা ইষ্ট-মিত্ৰ কোনোবা আছেনেকি?" আতাই ক'লে, "দখিণ-কোলে এঘৰ আছে আগাৰে বঙহ। এতিয়া দুখৰ কালত সোধে নে নোসোধে জানো।" পুৱা উঠি ব্ৰহ্মপুত্ৰ পাৰ হৈ গধূলি গধূলি বঙহৰ ঘৰ পালেগৈ। তেওঁলোকে আলহীক থাকিবলৈ দিলে ঢেঁকিশালত, খাবলৈ দিলে জুখি জুখি তিনিকঠি চাউল। তিনিটি প্ৰাণীয়ে তাকে টৌ জুৰি তাকে খালে। পুৱা গৃহস্থই মুখেৰেও নামাতিলে। মাধৱে সুধিলে, "পিতা, এযা বঙহৰ প্ৰমাণ পালোঁ। আৰু কোনোবা আছেনে আমাৰ?" "খনাৰ সেইখি'তে সমন্ধীয়া ভাই বুলি এটা আছে। তাৰ তলৈকে ব'ল যাওঁ।" দিনটোৰে গৈ দুই দণ্ড বেলা থকাত পালেগৈ আতাৰ ভাইৰ ঘৰ। পিছে, ঘৰৰ বুঢ়ীগৰাকী ওলাই চোতালৰ মূৰত থকা ফালি এৰা গাঁঠি থৰি এখুতুৰা আছিল, তাকে দেখুৱাই ক'লে, বোলে, 'ইয়াকে ফালাঁ, তোমাৰ-আমাৰ ভাত খাবলৈ হ'ব।' ডেকা মাধৱে কুঠাৰখন লৈ ফাহ্ ফাহ্ কৰি ফালি নিলে। ফলা থৰি চপাই চপাই

আশ্ৰয় ক'তো নাই।

২২। বেজবৰুৱাৰ মতে মানুহঘৰৰপৰা অহা কান্দোনৰ ৰোল শুনিহে মাধৱ তাত সোমাইছিল। মানুহ ঘৰে পাট পলু পুহি প্ৰবৰ্তিছিল আৰু সেইদিনা আটাইবোৰ পাট পলু মৰি গৈছিল বাবে বেজাৰত কান্দিছিল (শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ, পিঠি ৩৬।

২৩। গুৰু চৰিত কথা ছেদ ১২৩

বুঢ়ীয়ে ভিতৰ সুমুৱাই আছে। মাধৱে কথা বে-গতিক দেখি কুঠাৰ পথালিকৈ তাতে বহিল। সাঁজলিৰ মুখ নেদেখা পৰত গৃহস্থ পালেহি আৰু মুখলৈ চায়ে ভিতৰ সোমাল, চিনি পায়ো মাত একাষাৰ নলগালে। পিছে মাকে বোলে, "তোৰে ভাই বুলি কৈছে দহোঁ।" বোলে, "থ, খাবৰ দিনত ওলাইছেহি।" চকুৰে সৈতে তিনিকঠি চাউল দিলে। তাকে আয়ে ঠাই মচি লৈ বহালে আৰু এখনি পাততে বাঢ়িলে, কাৰণ সেয়ে আতাকেহে জোৰে। আতাই আধাখিনি খাই বাকীখিনি মাক-পুতেকলৈ বুলি এৰিলে। আয়ে মাধৱক বোলে, 'বাপু, মোৰ কিবা কাৰণত ভোক নাই, তুমিয়ে ভাতমুঠি খোৱাঁ।' মাধৱে কথাৰ আঁহ বুজি ক'লে, 'আই, মোৰো নাই ভোক। আপুনিয়ে খাওক।' দুইকো দুয়ে নেৰাত দুই মা-পোৱে জোখাৰ কম ভাতমুঠি ভগাই খালে। শুবলৈ কাতি হৈ মাধৱে পিতৃক ক'লে, 'পিতৃ, ভাই বুলি আহিলা। এওঁৰ প্ৰমাণ পালোঁ। আৰু ইষ্ট-মিত্ৰ

ঘাঘৰত ঘাঘৰি মাজিৰ ঘৰত

আছেনে? ছমাহতে দুখত দেহা নৰয় দেখোন!' আতাই ক'লে, 'বণ্ডুকাত থকাতে প্ৰতাপৰায়ে মানুহ এঘৰ মাৰিব খুজিছিল। তেওঁলোকক ধন ভৰি খাটি ৰাখিলোঁ। সেয়ে এই দেশলৈ আহি বৰলোক হৈছে বুলি শুনিছো। তেওঁ হ'লে মোক বিপদত নেৰে।'[২৪] তিনিও উত্তৰপাৰলৈ গৈ ঘাঘৰ নদীৰ পাৰৰ ঘাঘৰি মাজিৰ ঘৰত দুদিন পেটত খুদ-কণ এটা নপৰা অৱস্থাত ওলালগৈ। মাজিয়ে গোবিন্দগিৰীক দেৱতা দেখাদি দেখি ন চৰিয়া আনি নিজে পাও পখালি দিলে। মাজিয়নীয়ে সেইদৰে আইৰ চৰণ ধুৱালে। মাধৱক এলোটা পানী দিলে নিজে ভৰি ধুই ল'বলৈ। তিনিওকো দুগ্ধ-চিৰাৰ জলপান খুৱাই শুৱা দি বাৰ্ত্তা লৈছে। আতাই সকলো সুখ-দুখৰ কথা কৰ্ণাই মাজিক ক'লে, 'এতিয়া তোমাৰ গৃহ বিচাৰি বিচাৰি পাইছোহি, তুমি বা কি কৰা!' মাজিয়ে টপ্ কৰে ক'লে, 'এতিয়া আৰু পৰৰ গৃহ বোলা যেন নহয় ; তোমাৰ ঘৰ-বাৰী, দাস-দাসী সকলো, ময়ো দাসহে। কুৰি বছৰো থাকক ; একো চিন্তা নাই।' মহা আদৰ-যতনেৰে মাজিয়ে গোবিন্দ-মনোৰমা-মাধৱক আশ্ৰয় দি ৰাখিলে। খাই-লৈ মহাসুখে তেওঁলোকৰ দিন গ'ল। মাজিৰ ঘৰতে মনোৰমা আইৰ এটি কন্যা উপজিল— উৰ্বশী। এদিন মাজিয়ে আতাক ক'লে, 'ইয়াতে শ বৰ্ষো থাকা। কিন্তু কালৰ গতিত ক'ৰবালৈ গ'লে হাতত ধন-বিত একো নাই দেখোন? আমাৰ সকলো কৃষি কৰে। তাতে এইখিনি মোৰ বুলি কঠীয়া সিঁচি থ'বাঁ ; কিন্তু খাবাঁ মোৰ। তোমাৰ খেতিৰ শহ বেচি টকা-সিকাটো ল'বাঁ।' সেইমতে ভাদমহীয়া এমুৰিয়ামান মাহ

---

২৪। কিন্তু বেজবৰুৱাৰ মতে গোবিন্দ মনোৰমা মাধৱক তুলি নিয়া হৰসিংহে উজিৰৰ নাৱৰ মাজিজনৰ নাম গোবিন্দ, গোবিন্দৰ ঘৰ ঘাগৰ বুলি ঠাই এখনত, সেই দেখি তেওঁক ঘাগৰী মাজীও বোলে। নাৱত যাওঁতে ঘাগৰী-মাজীৰে সৈতে গোবিন্দগিৰীৰ বন্ধুত্ব হয়।

নি এটা খুটি মাৰি 'এই মোৰ খেতি বুলি ব'লে। আটাইবোৰ ধোপা পাতি গজিল। তাকে দেখি হালোৱাই 'একো নেজানে, আমাকো নোসোধে' বোলাত মাধৱে মাজিৰ গৰুৰ পাল এটা নি খচাই পেলালে। সেই নিশা বৰষুণ অহাত মাহবোৰ আঁতৰা-আঁতৰি হৈ লতা বাই দলনি-দোপনি হৈ উঠি মাহেৰে দ'ম খালে। এইভাৱে ধান, মাহ, সৰিয়হ, গুৰ সকলো শইচ কৰি কিছু ধন হাতত গোটালে। এইদৰে মাজিৰ ঘৰত আৰু বাবীৰ গৃহত চৈধ্য বৰ্ষ গ'ল।[২৫] কায়স্থৰ ছোৱালী উৰ্বশীক বিয়া দিবৰ বয়স চাপি আহিল। গোৱিন্দ আতাই এদিন মাজিক ক'লে, 'তোমাৰ ৰাজ্যত নিজকে যিবোৰে কায়স্থ বুলি কয়, সেইবোৰে হাল বায়, ভাৰ বয়। বেটীখানিৰ বিবাহৰ কাল হ'ল, বেটালৈও আনিব লাগে। ইয়াত সজ জাতি নাই দেখোন মিত্র কৰিবলৈ।' মাজিয়ে বোলে, 'সেই বিষয়ত হ'লে মই একো উপায় কৰি দিব নোৱাৰোঁ।' আতাই বোলে, 'শ্ৰীশঙ্কৰদেৱ বটাৰপৰা ধুৱাহটালৈ আহিছে বুলি শুনিছো। তাতে আমাৰ জ্ঞাতি-মিত্র, ভাই-বন্ধু, সকলো আছে। তালৈকে যাব খোজোঁ। কি বোলা?' মাজিয়ে ক'লে, 'বাৰু। আমি তোমৰাক এক বৰ্ষ জোৰাকৈ সকলো দিম। যাওকগৈ।' মাজিয়ে বৰনাৱত কৰি এনাও ধান, কাপোৰ, মাহ, সৰিষহ, লোণ-তেল, কচু-কোমোৰা, খাৰ আৰু কিছু টকাও দি নাৱৰ আগে গুৰিয়ে বৈছা দি বিদায় দিছে।[২৬]

উৰ্বশী আপিৰ বিয়াৰ বয়স ঃ গোবিন্দগিৰীয়ে মাজিৰ ঘৰ এৰিলে

ঘাগৰ নৈ এৰি বুঢ়ী লুইতত নাও পৰিল। তাৰপৰা ধুঁৱাবোল সুঁতিয়েদি কলাকটালৈ গৈ ভৰালিডুবি পাই নাও ৰাখোঁতেই গোবিন্দগিৰীয়ে যি বস্তু বিচাৰি ঘাগৰ এৰিছিল, সেই বস্তুটি পালে-- আতাই জোঁৱাই কৰিবলৈ বিচৰা আৰু যেনে বিৱৰণৰ হ'লে তেওঁ উপযুক্ত বুলি ভাবিছিল সেই গুণ থকা কায়স্থ ডেকা এজন। নাম গই, গয় বা গয়পাণি। তেওঁ জনাজাত সৰস্বতী বৰভূঞাৰ বংশৰ বংশধৰ।[২৭] গয় গৈছিল এশজন যাত্ৰীৰ মাজত লগ এৰা-এৰি নকৰোঁ বুলি কথা বান্ধি গঙ্গা-জগন্নাথলৈ তীৰ্থ কৰিবলৈ। জগন্নাথ পাই গয়ে প্ৰভুৰ বৰ-ৰূপে মাগিলে সন্তৰ সঙ্গ, আৰু বাকীসকলে বিভিন্ন থানলৈ যাবলৈ ওলোৱাত বুলি উজাই আহি নিজ দেশ পাই শ্ৰীশঙ্কৰদেৱক গুৰু মানি ধৰ্মক ধৰি

ভৰালিডুবি ঃ ৰামদাসৰ লগত উৰ্বশীৰ বিয়া

২৫। 'তেওঁলোক ওঠৰ বছৰ ঘাগৰী-মাজীৰ ঘৰত আছিল' (শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ, পিঠি ৬০)। উৰ্বশী আপিৰ দহ বছৰ বয়সত গোবিন্দগিৰীয়ে সেই ঠাই এৰে বুলিও কেজৰকৰাই কৈছে।

২৬। গুৰু চৰিত-কথা, ছেদ ১২৩-১২৫

২৭। সৰস্বতীৰ পুত্ৰ গোপাল— গোপালৰ পুত্ৰ কৃপাল– তৎপুত্ৰ ৰাম- তৎপুত্ৰ বিষ্ণু— তেওঁৰে ল'ৰা গয (গুৰু চৰিত-কথা, ছেদ ১২৬)। গয বা ৰামদাসৰ পুত্ৰ ৰামচৰণ ঠাকুৰ আৰু কন্যা উৰ্মিলা (শঙ্কৰদেৱৰ পুত্ৰ হৰিচৰণৰ পত্নী) ৰামচৰণ ঠাকুৰৰ পুত্ৰ দৈত্যাৰি, ত্ৰিপুৰাৰি আৰু নৰহৰি ঠাকুৰ। (ছেদ ১২৭)।

গুৰুজনৰ সঙ্গতে আছে গুৰুপৰা ৰামদাস নাম পাই। সেই গয়পাণি বা ৰামদাসে নদীত স্নান কৰাতে গোবিন্দ-গিৰী আতাই শ্ৰীশঙ্কৰদেৱৰ বাৰ্ত্তা সুধিছে আৰু নিজৰ পৰিচয় আৰু যাত্ৰাৰ উদ্দেশ্য জনাইছে। ৰামদাসে তাকে জানি কৈছে, 'বেটীখানি দিলে আমিয়ে বিবাহ কৰাম।' লামকণা আতাযো একেআষাৰে বোলে, 'তেনে আমিও দিলো আৰু তোমাতে।' মিত্ৰ হৈ ৰামদাসে তিনিও আগন্তুককে ঘৰলৈ নিলে। নাৱৰ ভৰা বস্তুও তুলি আনিলে, এটি গৃহ কৰি সেই মানুহ-বস্তু ৰাখিলে। সময়ত উৰ্বশী আপিৰ বিয়া হৈ গ'ল আৰু আতাই আইক জোঁৱাযেকৰ লগতে এৰি মাধৱক লগত লৈ নিজ ৰাজ্য আৰু আপোন ককাইক দেখুৱাওঁ বুলি বণ্ডুকা অভিমুখে নিমাই মুদৈৰ নাৱত ভটিযাই গ'ল।[২৮]

বণ্ডুকা পালত বৰপুত্ৰ দামোদৰে আথ-বেথকৈ চৰিয়াত পাও পখালি দি ভিতৰলৈ আদৰি নিলে আৰু মাধৱক দেখি সুধিলে, 'পিতা, লগতনো এইটি কোন?' গোবিন্দগিৰীয়ে বোলে, 'মই সিখন ৰাজ্যলৈ গৈ তোমাৰ এগৰাকী বিমাতৃ বিযা কৰিছিলো এওঁ তোৰ কনিষ্ঠ ভ্ৰাতৃ হয।' 'হয়নেকি' বুলি দামোদৰে মাধৱক বৰ চেনেহত সাবটি ধৰিলে, এটা লোটাত পানী দিলে ভৰি-হাত ধুবলৈ। তিনিও পিতা-পুত্ৰ মহা আহ্লাদত ভোজনত বহিল। দামোদৰৰ ল'ৰা-ছোৱালী নাই। মাধৱক সেই দেখি নবৌৱেকে পুত্ৰ-বোধে বৰ স্নেহ-বেথা কৰে। দামোদৰে মাধৱক ত'ৰ বিখ্যাত ৰাজেন্দ্ৰ অধ্যাপকৰ ছাত্ৰশালত ভৰ্তি কৰাই পঢ়াবলৈ দিলে। এটা বছৰৰ ভিতৰতে সাতখন ব্যাকৰণ, মহাভাৰত, ভাগৱতকে মুখ্য কৰি পুৰাণত মাধৱ পাৰ্গত হৈ উঠিল , এবাৰ এটা শিকালে তাক দোহাৰিবৰ প্ৰয়োজন নহয়। এইদৰে শাস্ত্ৰ-অধ্যয়ন সম্পূৰ্ণ হ'লত মাধৱে কাযথালি বা মজুমদাৰী বিদ্যা আযত্ত কৰিলে। ইয়াৰ পিছত গোবিন্দগিৰী মাধৱেৰে অসম ৰাজ্যলৈ উজাবৰ চিন্তা কৰোঁতেই বৰকণা-গিৰীৰ মৃত্যু ঘটিল। দামোদৰ আৰু মাধৱে কিতা (তিস্তা, ত্ৰিস্ৰোতা) নৈৰ পাৰত চিতাত তুলি দহন কৰিলে।

গোবিন্দগিৰী আৰু মাধৱ বণ্ডুকাত

গোবিন্দগিৰীৰ মৃত্যু।

ঘৰলৈ ঘূৰি আহি ককায়েকক মূৰ ঘুমাই অসন্তোষ মনে বহি থকা দেখি মাধৱে সুধিলে, তেওঁৰ হৈছে কি? তেওঁ বোলে, 'বোপাই, মই হয়হে নামত ভঁৰালী বৰুৱা, মোৰ ধাৰত পেন্ পেন্। ইফালে এইখন দেশত এশ-ছকুৰি টকা হ'লেহে কাজ-কৰ্ম, ভোজ হয। নাম-নিমিত্তকৈ হ'লেও তিনি কুৰি লাগেই। বামুণৰ কাৰণেই ৰক্ষা নাই। মোৰ হাতত ডেৰ কুৰিহে আছে। ইয়াৰে কি কৰিম, উপায়-বুধি দেখা নাই।' মাধৱে 'দদা, চাৰি টকামান মোক দিয়াঁ আৰু চিন্তা এৰাঁ' বুলি টকাকেইটা লৈ সিকি, মহা,

২৮। গুৰু চৰিত-কথা, ছেদ ১২৬ ২৭

আদমহা, কড়িলৈ ভঙাই ভট্টাচাৰ্য, অধ্যাপক, কন্দলি, কবিৰত্ন, মিশ্ৰ উপাধি-ধাৰী বৰ বৰসকলক তাকে দি শৰাধলৈ নাযাবলৈ ধৰিলে। তেওঁলোক নগ'ল। তাকে দেখি সৰুসকলো বিৰত ৰ'ল। দুই ভাই-ককাযে বংশৰ পুৰোহিতেৰে কাজ সম্পাদন কৰিলে। আহিল গিয়াতালি ভোজৰ কথা। মাছ সতকাই পোৱাই নাযায়। এটা ভাৰী লৈ গৈ মাধৱে কোনোমতে দুটা কাতল মাছ আনিলেগৈ। দদাকে দেখে, দুইটা তেনেই পানীকুঁৱা , ক'লে, 'অ বোপাই, কি কৰিলি? কি মাছ আনিলি? এতিয়া দুনাই ভোজ দিব লাগিব, দণ্ডও এসোপা ভৰিব লাগিব এনে মাছৰ বাবে।' মাধৱে ৰোলে, 'দদা, চিন্তা নকৰিবাঁ , মযে চাউল সিজাই গিয়াতিক খুৱাম।' এই বুলি মাছ দুটা বাছি ভালকৈ পেটু কাটি ধুই লৈ কল-গছ এজোপাত আঁৰি লৈ তলত ডাবৰ পাতি হাতেৰে খামুচি খামুচি চেপিলে , মাছৰ হাড়-ছালহে ৰ'লগৈ। জুই যেন হৈ উতলা পানীত মাছ পেলাই দিলত মাছ পূৰ্ গোট হৈ পৰিল। মাধৱে কটাৰিৰে কুটি আদখৰীয়া, টেঙা, ভজা, জালুক-জণি গন্ধ-গাঁঠিযন আদি দি মুঠতে পাঁচখন আঞ্জা ৰান্ধিলে। গৰ্যা-গিয়াতিযে খাই অতি তৃপ্তি পালে, খুজি খুজি খালে।

ক্ৰিয়া-কৰ্ম সকলো হৈ গ'ল। মাধৱ বগুকাতে আছে। তেওঁ এটা কথা মন কৰিলে ঃ বহুত মানুহ দামোদৰৰ ওচৰলৈ আহে ধনৰ-ধানৰ ধাৰ সাধিবলৈ। এদিনাখন

মাধবৰ নিজা খেতি

তেওঁ ককাযেকক কৈয়ে পেলালে, 'দদা, তোমাৰ ইমানযে ধাৰ আৰু খাবলৈওযে নাটে, কিবা অন্যায কৰা হ'বলা? মই দেখিছো, ৰাতিপুৱা নৌ হইঁতেই বাহী গাৰেই চাউল সিজাই খোৱা। বেলা ডেৰ পৰত গাইৰ গাখীৰ খীৰোৱা, পোৱালি পিযাহত আধামৰা হয। আকৌ ৰাতিতে গৰু নি হাল যোৰাগৈ। এইবোৰ ভাল কাম নহয। সেয়েহে চাউল কানিয়ে নাটে। এতিযা বাৰু মযে দুটামান খেতি কৰি চাওঁ।' ককায়েক সন্মত হ'ল। মাধৱে হালোৱা লগত লৈ খেতিৰ মাটি চাই তাৰে আদখিনি এৰিলে, দুপৰ নৌ হওঁতেই হালৰ গৰু মেলে, পাছবেলাও গধূলিহে খেতিলৈ যায। তেওঁ দদাকক ক'লে আৰু এটা ভঁৰাল সজাবলৈ। দামোদৰে সেই কথা আচৰিত মানিলেও সেইবাৰ ধান আগৰটো আৰু নতুনটো ভঁৰাল ভৰি অধিকা হৈ বৈ গ'ল। সেযা মেৰত থোৱালে আৰু তাৰে যাৰ য'ত ধানৰ ধাৰ আছিল শুজিবৰ দিহা কৰিলে। ইফালে মাহ, সৰিয়হ, কুঁহিয়াৰৰ খেতিৰো অভ্যুদয় হ'ল। তাক বেচি ধনৰ ধাৰ শুজা গ'ল। দামোদৰ নিধাৰী হ'ল।

দ্বিতীয় বাৰলৈও মাধৱে খেতি কৰাইছে। তেনেতে ভঁৰালী বৰুৱা দামোদৰৰ কাহিলা পৰিল। তেওঁ মাধৱক ক'লে তেওঁৰ সলনি বগুকা ৰজাত দুদিনমান খাটিবলৈ।

মাধৱ ভঁৰালী বৰুৱা

ৰজাই মাধৱৰ দৰে এজন ধীৰ-গম্ভীৰ বিচক্ষণ বিষযা পাই বৰ দয়া-বেথা কৰিবলৈ ধৰিলে। সকলো কথাতে তেওঁৰ ন্যায় আৰু উচিত নিৰ্ভুল সিদ্ধান্ত। এইদৰে এটা বছৰ গ'ল। দামোদৰে বৈদ্য লগাই নিজৰ অসুখ

গুচালে যদিও মাধৱৰ ৰজাত খাটনি দেখি গুচিবলৈ ক'ব নোৱৰা হ'ল। মাধৱে পিছে নিজেই মনে বুজি 'দদা, তোমৰাই থাকা, আমি গৃহলৈকে যাওঁ' বুলি ৰজাঘৰৰপৰা ককায়েকৰ ঘৰলৈ আহিল। এদিন পিছে তেওঁ দামোদৰক ক'লে, 'দদা, মাতৃ অকলে আছে, মোতে তেওঁৰ সৰ্ব ভাৰসা, পিতা চলিল যদিও তাকো তেওঁ জনা নাই। মই মাতৃৰ কাষলৈকে যাওঁ। কি বোলা?' দামোদৰ মান্তি হ'ল আৰু ধুৱাহাট-বেলগুৰিৰ এজন তামোল-মুদৈক মাধৱৰ হে খৰচ দি মুদৈ-নাৱত অসমলৈ বুলি পঠিয়াই দিলে। অলপ দূৰ যাওঁতেই মাধৱৰ পেট চলি অসুখ হ'ল। তেওঁ মুদৈক ক'লত বণ্ডুকা ৰাজ্যৰ ভিতৰতে নৈৰ পাৰৰ ছুহাত মান ওখ গৰাত সিসকলে থৈ গ'ল। গ'ৰখীয়া ল'ৰা এজাকে গৰুৰ পঘা জোৰা দি তেওঁক গৰাৰ ওপৰলৈ ৰাজপথলৈ তুলি থ'লে। নিজ গৰ্যাই দেখা পাই বতৰা দিযাত নবৌৱেকে মানুহ পঠিয়াই পীৰা-দোলা কৰি ঘৰলৈ নিয়ালে আৰু বেজ-ঔষধ লগাই যত্ন লোৱাত ছমাহমানত মাধৱৰ শৰীৰ সুস্থ হ'ল। এইবাৰ তেওঁ ধুৱাহাটৰ তামোলবৰীযা লাখটকীয়া ধনাই গুৱা-মুদৈৰ নাও ধৰি উজালে।[২৯]

মাধৱৰ অসম অভিমুখে যাত্ৰা

ভাদমহীয়া দোকোলটকা পানীৰে বৰনৈয়েদি মুদৈৰ নাও ধীৰেৰে উজাব লাগিছে। নাও আহি বিশ্বনাথঘাটত লাগিছে। ভটীয়নী নাৱত অহা মাধৱৰ বৈনাই ৰামদাসৰ গয়াঁ হোকৰাকুছীয়া হীৰমল লোণমুদৈয়ে মাধৱক চিনি পাই বাৰ্তা ক'লে, বোলে, 'খৰ-খেদাকৈ গ'লেহে মাৰাক দেখা পোৱাগৈনে নোপোৱা অথন। ত'ত নৰিয়া টান।' মাধৱে 'মোৰ পিতৃও গ'ল, মাতৃকো দেখা নাপাওঁগৈনেকি' বুলি চিন্তা কৰি গোসানীলৈ বুলি এযোৰ পাঠা ছাগলি আগ কৰি বোলে, 'মাতৃক যেন দেখা পাওঁগৈ।[২৯] ভঁৰালী ডুবি পাই নাৱৰপৰা হিয়া ঢাকুৰি গৈ দেখে, আইৰ শৰীৰ নিৰাময় হৈছে। মাধৱে মাতৃক ক'লে, 'পিতৃ আৰু নাই, তুমি হাতৰ শঙ্খৰ খাৰু আৰু শিৰৰ সেন্দূৰ খহাবহে লাগে।' মাতৃৰ বৈধব্যব্ৰত আৰম্ভ হ'ল। মাধৱে বৈনায়েকক ক'লে, 'আইৰ নৰিয়াৰ কথা শুনি পাঠা এযোৰ গোসানীলৈ বুলি মানিছিলো। তুমি আনি দিবাঁ। এইবাৰ শাৰদীয় পূজাতে কটাওঁ।' পূজাৰ দিন পালেহি। মাধৱে ৰামদাসক টকা দি ক'লে, 'আজিযে পাঠাযোৰ আনিবাঁ।' ৰামদাসে টকা ল'লে, কিন্তু পাঠা নিকিনি শঙ্কৰদেৱৰ বেলগুৰি থানলৈ গৈ গুৰুসেৱা কৰি ঘূৰি আহিল, মাধৱক ক'লেহি, 'তোমাৰ পাঠা নাপালো।' মাধৱৰ শুনি খং উঠিল, খণ্ডৰ বেগত ক'লে, 'হোকৰাকুছীয়া তুমি

মাতৃৰ হকে আগ কৰা ছাগলি লৈ মাধৱৰ বৈনাইৰে খৰিযাল

---

২৯। গুৰু-চৰিত-কথা, ছেদ ১২৮ ১৩৪। মাধৱদেৱ বণ্ডুকাত ৫ বছৰ আছিল। বেজবৰুৱাৰ মতে তেওঁ মাজতে এবাৰ আহি মাতৃক পিতৃৰ বিযোগৰ বাৰ্তা দিযেহি আৰু 'তেওঁৰ ভাগৰ বস্তু আনিবলৈ আকৌ বাণ্ডুকালৈ গ'ল' আৰু সেই সময়তহে তেওঁ ককাযেকৰ হৈ মজিন্দাৰী কৰ্ম কৰে। তেওঁ ককাযেকৰপৰা পিতৃ সম্পত্তি লৈও পুনৰ তাক ঘূৰাই দিযে (পিঠি ৭১-৭২)।

বুদ্ধিত পাগল। বিহানে টকা দিলো নানিলা ছাগল।।' গযপানিয়ে বোলে, 'অহ্, কিনো তুমি পাঠা পাঠা কৰি থাকা। যি এনে বাধা-কৰ্ম (নিষিদ্ধ কৰ্ম) কৰে, সি নৰকতহে পৰে।' 'অ', তোমাৰ সেই কথা। তুমি ভালেহে ছাগলি নানা। পিছে কোনে কৈছে এনে ধৰ্মৰ কথা? মূৰ্খৰ আগত যেন কথা কহ তই। ধৰ্ম চিনাৱস কিছু নজানোহো মই।।' ৰামদাসে গহীনাই ক'লে, 'যাৰাহে আক বাৎকৰ্ম বুলি লেখি থৈছে, তাৰাৰ আগত এক আখাৰো মাতিব নোৱাৰিবা একা। একে আখাৰে নিমাত কৰিব। মোৰ আগতহে দেখুৱাহা বৰগোট। শঙ্কৰৰ গুৰি পালে তুমি হ'বা লোট-সোট।' মাধৱে খং কৰি উঠিল ঃ 'যাৰ সৃষ্টি মাযাত ব্ৰহ্মা হৰ সাৰিব নোৱাৰে তেনে দুৰ্গা দেৱীকনো কোনে কেনেকৈ খণ্ডে চাওঁ বলাচোন।' ওলাই চাই দেখে, বেলি পৰিবৰে হ'ল। 'কাইলৈ বিহানে ওলাবাঁ যাম' বুলি সিদিনালৈ দুয়ো ৰ'ল।

পুৱা স্নানকৈ দুয়োজনে ছবুৰি বগুকীয়া পকা তামোল লগত লৈ বেলগুৰি ওলালগৈ। মহাপুৰুষে পুৱাৰ স্নান, গুৰুসেৱা, নাম-কীৰ্ত্তন সামৰি ভক্তসকল সমন্বিতে চালিতে বহি কৃষ্ণ-কথা চৰ্চিছে। দেখা পোৱাৰ লগে লগে মাধৱক শ্ৰীমন্ত শঙ্কৰৰ অপূৰ্ব দিব্য কান্তিয়ে আচ্ছন্ন কৰি পেলালে-- যেন সাক্ষাৎ বিষ্ণুকহে দেখা পালে। তেওঁ বাটে বাটে ভাবি আহিলেও শিৰ উন্নত কৰি ৰাখিব নোৱাৰিলে। ৰামদাসে আন দিনৰ অভ্যাসতে দণ্ডৱতে পৰি নমিলে। সঙ্কুচিতভাৱে পাণ্ডিত্যগৰ্বী মাধৱে শ্ৰীমন্ত গুৰুজনৰ সমুখত পৰি নমস্কাৰ কৰিলে। গুৰুৱে মেঘ-গম্ভীৰ স্বৰে মধুৰ বাক্যে সুধিলে, 'ৰামদাস, আৰা কোন?' ৰামদাসে বোলে, 'বাপ, আৰা বৰকণাগিৰী কাথৰ বেটা।' গুৰুৱে বোলে, 'অ, মনোৰমা বাইৰ বেটা। ইমানটো মৰদ হ'লনে? বাটে-পথে লগ পালেও চিনি নেপালোহেঁতেন। পিছে, তোমালোকৰ প্ৰতাপৰাই ভূঞা আছেনে কুশলে?' এই সহজ প্ৰশ্নটিৰ উত্তৰ দিওঁতেই মাধৱে উজুটি খালে , এটি শাক্ত ৰূপক দি ক'লে, 'বাপ, কি সোধা যায়? কাইলৈ অমৰাৱতী ভৱন হ'ব-- বেলবোধন দুৰ্গোৎসৱ।' ৰণ আৰম্ভই হ'ল। গুৰুজনে বাতকৰ্ম বা বাধাকৰ্ম বুলি শাক্ত পূজাক অভিহিত কৰিলে। মাধৱে শক্তিধৰ্মৰ পথ সমৰ্থন কৰি 'অনেক প্ৰবৃতি আগম তৰ্ক নীতি ন্যায় স্বৰোদয অনেক মাৰ্গৰ শ্লোক আনিব ধৰিলে' ফৰ্ ফৰ্কৈ। শ্ৰীশঙ্কৰদেৱে ঘাইকৈ নিবৃত্তিপক্ষৰ ভাগৱত-পুৰাণৰ শ্লোকেৰে সেই সকলো যুক্তি খণ্ডন কৰি পেলায়। বৈষ্ণৱ তন্ত্ৰৰো শ্লোক মাজে মাজে উদ্ধাৰ কৰি দিয়ে। 'যজ্ঞে যজ্ঞে পশূন্ হত্বা কৰোতি ৰুধিৰকৰ্দমম্। তেন যৎ প্ৰাপ্যতে স্বৰ্গং নৰকং কেন গম্যতে।। হাংস ছাগ কাটি জিতো ৰুধিৰে কৰ্দম কৰে। সিযে স্বৰ্গে যায় নৰকতনো কোন পৰে।।' শেহত নানা শাস্ত্ৰৰ মাজত অথিৰ-অথিৰ ব্যাসৰ মন কেনেকৈ ভাগৱতৰ মতবাদে স্থিৰ কৰিলে, সেই কাহিনী কৈ গুৰুজনে সেই মহাপুৰাণখনিৰ চতুৰ্থ স্কন্ধৰ একত্ৰিংশ অধ্যায়ৰপৰা। '৩৭ মূল শ্লোক' গম্ভীৰভাৱে আবৃত্তি কৰিলে ঃ 'যথা

শ্ৰীশঙ্কৰ শ্ৰীমাধৱৰ ৰ, মিলন

তৰোর্মূলনিষেচনেন তৃপ্যন্তি তৎস্কন্ধভুজোপশাখাঃ। প্ৰাণোপহাৰাচ্চ যথেন্দ্ৰিয়ানাং তথৈৱ সৰ্বাৰ্হণমচ্যুতেজ্যা।। গছৰ গুৰিত পানী দিলে যেনেকৈ গছৰ ডাঙৰ ডাল, সৰু ডাল, তাতকৈ সৰু ডাল, তাৰ পাত-ফুল আদিয়ে জীপ পাই উঠে, প্ৰাণসমূহৰ ভোজনৰ দ্বাৰা যেনেকৈ ইন্দ্ৰিয়বোৰ তৃপ্ত হয়, তেনেকৈ শ্ৰীকৃষ্ণৰ পূজা হ'লেই সৰ্বদেৱতাৰ পূজা হয়।' এই মহাবাক্যই শ্ৰীমাধৱৰ চিত্ত স্পৰ্শ কৰিলে। তেওঁ তৰ্কত হাৰ মানি পুনৰ গুৰুৰ চৰণত পৰিল। গুৰুৱে ভাবিলে, তেওঁ সিমানতে তৰ্কৰ বিৰাম ৰাখি ঘৰলৈ যাবলৈ ওলাইছে। 'বৰাৰ পো, যোৱানে এতিয়া?' 'বাপ, নেযাওঁ।' গুৰুজনে সুধিলে, 'আহিও দেখোঁ সেৱা কৰিলা, এতিয়াও সেৱা কৰিলা, কিয়?' মাধৱে ক'লে, 'আগতে যে সেৱা কৰিলো, সেযা কৰিছিলো বৰভূঞা বিষয়ৰ প্ৰতি মান কৰি আৰু এতিয়া যি কৰিছো, তোমৰাৰ অভয় পাদ-পঙ্কজত জীৱটি বিক্ৰয় কৰি গুৰু মানি।' সঁচাকৈয়ে মাধৱে গুৰুৰ চৰণত নিজকে যি বিক্ৰয় কৰিলে, সি সম্পূৰ্ণ বিক্ৰয়েই হ'ল। পাছদিনাখনেই তেওঁ উপাযন দ্ৰব্য আনি গুৰুৰপৰা বস্তু অৰ্থাৎ সত্য ভগৱত্তত্ত্ব লাভ কৰিলে। তাৰ কেইদিনমানৰ পিছতেই শাৰদীয় দুৰ্গা পূজা। মাধৱে মহাভক্ত ৰামৰাম বিপ্ৰক নিযাই প্ৰসাদ-নৈবেদ্য ধোৱাই-কটাই বিষ্ণু-পূজা এভাগি কৰালে এই বুলি, 'অন্য দেৱ নামে ফুলপাতো নিদিবা।' দুদিনতে তেওঁৰ মন ইমান স্থিৰ হ'ল। ঘোষা-কীৰ্তন ওজা গাই পূজা সমাপন কৰা হ'ল। পূজাৰ প্ৰসাদ ভাঙি চৰুতকৈ গুৰুজনৰ ঠাইলৈ আনিলে। গুৰুৱে সেযা গোসানীৰ প্ৰসাদ বুলিহে ভাবিছিল , বোলে, 'বৰাৰ পো, ইযাক দহো লাৰিবৰ নৌ হয়' মাধৱে যেতিয়া জনালে, সেইভাগি বিষ্ণু-নৈবদ্যহে শ্ৰীশঙ্কৰৰ মহানন্দ হ'ল , বোলে, 'কালি লগ পাই গৈ বিষ্ণুত একচিত্ত নিশ্চয় কৰি আজি এযা বিষ্ণু পূজাৰ প্ৰসাদ আনিলেই। মোৰ ঘৰৰ মানুহজনীকহে ইমানকে বুজাব নোৱাৰিলো।' আকৌ ক'লে, 'ৰামানন্দৰ মাক, প্ৰসাদভাগ থোৱাঁচোন, স্নানকৈ ল'ম।' সেইমতে স্নান কৰি কালিন্দী আই, পুত্ৰ, মাধৱ আৰু ভকতকো দি নিজেও প্ৰসাদ গ্ৰহণ কৰিলে। সেই আনন্দৰ মুহূৰ্তত গুৰুজনে এটি ডাঙৰ সিদ্ধান্ত কৰি পেলালে। ভক্তি-প্ৰচাৰৰ উপায় স্বৰূপে শ্ৰীশঙ্কৰে গুৰুৰূপে আৰু মাধৱে শিষ্যসেৱক হৈ লোক-সংগ্ৰহৰ পথ ল'ব যাতে আনসকলো সেই পথলৈ আহে। ইযাৰ পূৰ্বে গুৰুজনে নাম, দেৱ আৰু ভকত, এই তিনিটি মূল তত্ত্ব প্ৰকাশ কৰিছিল, এতিয়া গুৰু তত্ত্বটি যোগ হ'লত মহাপুৰুষীয়া ধৰ্মৰ চাৰি বস্তু পূৰ হ'ল। গুৰুজনে মাধৱক সকলো সময়ত মৰম-বেথা কৰে, গোবিন্দগিৰী ভূঞাৰ পুত্ৰ বুলি 'বৰাৰ পো' বোলে আৰু পৰম প্ৰপন্ন ভক্ত নিমিত্তে সম্বোধন হ'ল 'মাধৱ বান্ধৱ।' ধুৱাহটা বেলগুৰিৰপৰা ভৰালিডুবিলৈ ভালেখিনি বাট। মাধৱে কিন্তু দুখক দুখ নুবুলি নিতে অহা যোৱা কৰে , গুৰুজনে দুপৰীযাৰ অন্ন ধৰি

কঠোৰ একশৰণীয়া
মাধৱ

ক্ষন্তেক কাতি হওঁতেই তেওঁ পাযহি আৰু কথা-সুখ লভি বেলা ভাটিত ঘৰমুৱা হয়। এদিন আই-গোসানীয়ে বোলে, 'ৰামানন্দ-বাপখন, অহা-যোৱাত মাধৱৰ কষ্ট পৰে। ঘৰত খাযগৈনে নাখায। ইয়াতেচোন চাউলমুঠি ল'বলৈ ক'ব।' গুৰুজনে ক'লে। মাধৱ সন্মত হ'ল, কিন্তু ক'লে, 'যাৰ প্ৰসাদত সেৱাকৈ জন্ম-মৃত্যুৰ সংসাৰ তৰিবৰ আশা কৰিছো, সেই তোমৰাৰ ঠাইত নলৈ ক'তনো ল'ম। তেও বুলি আমি ভিতৰখনি এবাৰ চাওঁ।' চালে। দেখে, এফালে ভাতৰ চৰু, এচুকত সৰু এটি টিপ কৰি ঘট পাতি আমডালি, এৰাঁসূতাৰে ঘৰ-দেউতিৰ থাপনা। সুধিলে, 'মাতৃ, এই কি?' আয়ে বোলে, 'এ বাপু, তোমৰা সুধিব নালাগে। ঘৰত চাইটি ল'ৰা-ছোৱালী। সিহঁতৰ ভাল হওক বুলিয়ে এয়া ৰাখিছো।' 'আই, আপোনাৰ ঘৰতেচোন সাক্ষাৎ পৰমব্ৰহ্ম! তাৰাইযে বিঘিনি দূৰ কৰিব নোৱাৰে, ঘৰ-দেউতি এইভোৰে জানো কৰিব?' এই বুলি ঘৰ-দেউতিহঁতক মৰিয়াই ভাঙি পাচিত ভৰাই লৈ কলাকটা নৈত পেলালেগৈ। গুৰুৱে দূৰৰপৰা চায়ে বৰাৰ পোৰ কঠোৰ একশৰণীয়া মনোবৃত্তি দেখি সন্তোষ লভিলে, 'মই কথা ক'লে নুশুনে, এতিয়া পাইছে কাজীযে।' পাছদিনা মাধৱে আই-গোসানীৰ হাতৰ প্ৰসাদ ল'লে হয, কিন্তু গোসানীকো শুদ্ধসত্ত্ব ধৰ্মৰ পথলৈ আনিহে আৰু সেই পন্থৰ সজ আচৰণ শিকাইহে।[৩০]

এদিনাখন আই-গোসানীযে গুৰুজনক ক'লে, 'আমাৰ বিষ্ণুপ্ৰিযাক মাধৱলৈকে বিযা দিলোহেঁতেন। সুধিবচোন, তেওঁ কি কয।' গুৰুৱে ইঙ্গিতেৰে প্ৰশ্নটি তুলিলে, 'বৰা-পো, এআযাৰ কথা ক'ব খোজোঁ , তুমি এতিযা ৰাখানে নাৰাখা।' মাধৱ আঁ কৰোঁতেই বাঘৰ পেট পোৱা বুধিযক , গুৰুজনে কি বুলিব খুজিছে, তেওঁ টপ্ কৰে বুজি ল'লে। ক'লে 'বাপ, সবেখানি কৰা যাব, মাথোন এটি কথাহে ৰাখিব নোৱাৰিম।

বিনা গড়ে যুঁজা বীৰ শ্ৰীমাধৱ

জীৱৰ কুশলৰ হেতুহে আপোনাক গুৰু মনা গৈছে। মায়াময় বিষয়-সুখ পশু-পক্ষীৰ শৰীৰতো পাবলৈ আছে। তালৈ আশা-ভৰসা কৰা নাই, বাপ।' শ্ৰীমন্ত গুৰুজনে পাকত পেলাওঁ বুলি সংসাৰ-জ্ঞানীৰ ভাষাৰে ক'লে, 'বৰাৰ পো, গড় বান্ধি যুঁজিলে সজ, প্ৰাণৰ সংশয় নাই, বিনা গড়ে যুঁজিলে ভয়।' মাধৱে বিনয়েৰে সেই যুক্তিৰ সমিধান দিলে, 'বাপ, গড় বান্ধি যুঁজাক একা ক্ষত্ৰিয় বোলে কোনে? বিনা গড়ে যুঁজিলেহে যুঁজাৰু।' কিন্তু কথাষাৰ গৰ্বত কোৱা যেন হৈ বাজিল। গুৰুজনে কিঞ্চিৎ টানকৈয়ে ধৰিলে, 'বৰাৰ-পো, কাৰ বলত এনে কথা বুলিলা? ব্ৰহ্মা, সদাশিৱ, সূৰ্য, চন্দ্ৰ পৰ্যন্ত গৰ্ব-বাক্য বুলি পিছত তৎ-চূৰ্তি হেৰুৱাইছে!' একান্ত ভক্ত মাধৱে গুৰুজনৰে দুফাকি পদ আওৰাই অতিশয বিনয়েৰে ক'লে 'বাপ, সংসাৰৰ তিনি তাপে দগ্ধ কৰিছে, বাগৰি ৰক্ষা নাপাওঁ। তযু কথামৃত পান কৰি তোমাৰ চৰণ-

৩০। গুৰু চৰিত কথা, ছেদ ১৩৪ ৪০।

ৰেণুক ধৰি, তাৰ চৰণ-ছত্ৰ ছায়াতো দিন চাৰেকলৈ জিৰাবৰ আশা কৰিছো। বিষয়ৰ বিষ-বহ্নিত ঠেলি নেপেলাব। যি ক'লো, আপোনাৰ অভয় দুই চৰণৰ আশ্ৰয়ৰ বলতহে কৈছো।' গুৰুজন এই বিনয়ত পমি নিজেই যেন পৰাজয় স্বীকাৰ কৰি ল'লে, 'বৰাৰ-পো, আৰু দিন-চেৰেকৰ আগতে যদি তোমাক লাগ পালোহেঁতেন, আমিও ৰামানন্দৰ মাকক বিয়া নকৰালোহেঁতেন। তেও বুলি কৰাইছো যদিও বিষয়-অন্ধকূপত প্ৰাণ ত্যাগ কৰা নাথাব। মাধৱ বান্ধৱ দেৱ হৰি। কৰা কৃপা দোষে ক্ষমা কৰি।।' এই সংঘাতটিৰপৰা যেন গুৰুৱে বিষয়ত থাকি বিষয-বৈৰাগ্য-আচৰণৰ দৃঢ় পথ দেখা পালে। লোক-সংগ্ৰহৰ ইও এটি সুন্দৰ পথ হ'ল।

মাধৱক জোঁৱাই কৰিবলৈ যত্ন কৰি গুৰুৱে এটি শিক্ষাকে পালে আৰু সেই চেষ্টাত নিৰস্ত হ'ল। কিন্তু কালিন্দী আই মাতৃয়ে সিমানতো আশা নেৰিলে, চালে-চকু-ৰোৱা শিষ্যজন আহিলে চালুকীয়া জীযেকৰ হতুৱাই আগ-পিছ ধৰায়-কৰায, আন কি মাধৱ আহি ৰোৱা হাটীৰ বহাটিত শাকমুঠি-গাখীৰকণ, জলকীয়াটো, বেঙেনাটো দিযায। মাধৱে এদিনাখন আপিক থাপ মাৰি ধৰি কান্ধৰ ওপৰত তুলি লৈ 'তুমি মোৰ গুৰু-কন্যা, মোৰ সেৱাৰ বন্দনীযা, তুমি আকৌ মোৰ বন কৰিব লাগিছে কিয়,' এই বুলি একেবাৰেই গুৰুজনৰ সমুখতহে নমাই থ'লেহি। গুৰুৱে আইক মাত লগালে, 'অ' ৰামানন্দৰ মাক, চোৱাঁহি, চোৱাঁহি কি হৈছে। মই ক'লেও তুমি নপতিওৱা, নিৰ্গুণত গুণ দিব খোজা।' তেতিয়াৰপৰা আযে বৰাব নোৱৰা জোঁৱাইৰ আশা এৰিলে।[৩১]

আই গোসানীৰ নিৰ্গুণত গুণ লগাবৰ প্ৰচেষ্টা

মাধৱদেৱে ধুঁৱাহটীযা ভকতৰ দলত যোগ দিযাৰপৰা ভকতিৰ জেউতি চৰিল, নাম প্ৰসঙ্গ, গীত কীৰ্তন, চৰ্চা-ব্যাখ্যাৰ ধাৰা প্ৰবল হ'ল। সত্ৰততো হ'লেই , কেতিযাবা থূলৰ ভকত-সজ্জনৰ গৃহতো নিমন্ত্ৰণত নামৰ ৰাও উঠে, লাৰু-মিঠাইৰ সুমিষ্ট প্ৰসাদ বিতৰণ কৰা হয। মাধৱে কেতিযাবা গুৰুজনৰ কামৰ অৰ্থে ৰাইজৰ শ্ৰমদানৰ আযোজন কৰে। ধুঁৱাহটা থানৰ কাষতে যজ্ঞধাৰী-বিল। তাৰ পাৰতে গুৰুজনৰ আহল-বহল সৰিয়হনি ডৰা। সৰিয়হৰ ছেঁইবোৰ পকি শুকাই তুলিব লগীয়া হৈ আছে। বিলত মাছ মাৰিবলৈ সাতখন গাঁৱৰ লোক অহাৰ দিনালৈ মাধৱে বিলৰ পাৰে পাৰে শাৰীকৈ ইকৰা-নল-দলৰ জাবৰিৰ শুকান দ'ম সাজু কৰালে অৰু আই-গোসানীক কৈ সৰহীযাকৈ মাহ-প্ৰসাদৰ যোগাৰ ৰাখিলে। আবেলি যেতিয়া জাৰত কঁপি কঁপি বিলৰপৰা মাছ ধৰা মানুহখিনি উঠি আহিল, মাধৱে জাবৰিৰ দ'মবোৰত জুই লগাই দিয়ালে আৰু সাতখন গাঁৱৰ গঁয়াই জুই পুৱাই মাহ-চাউল

অক্লান্ত গুৰু সেৱা

৩১। গুৰু চৰিত কথা, ছেদ ১৪১ ৪২।

ধৰিলে আৰু মাধৱদেৱৰ কথাত সকলোৱে এক-দুই মুঠিকৈ সৰিয়হ তুলি নিমিষতে সৰিযহনি উদং কৰিলে। সেইদিনাখনেই নহয়, আন কালেও মাধৱে য'তে গুৰু-গৃহত কিবা এটিৰ অভাৱ দেখে তাক 'অকাম ভৃত্য'ৰ দৰে পূৰণ কৰি থয়। এবাৰ লালিকৈ হোৱা জাগলৰ নিমিত্তে শুকান-উবান ধান-চাউলৰ নাটনিৰ কথা গুৰুজনৰপৰাই জানি তেওঁ পাছদিনা আহি এদ'ম ধান উলিওৱাই লৈ মুকলিত চৌকা-থলা কৰি সিজাই ৰ'দত মেলি দি কাউৰী নপৰিবলৈ ধেনু ধৰি শুকুৱাই ওপৰ-চাঙত বৰডুলি ভৰাই আকৌ লালিকৈ হোৱা বৰযুণ দিনলৈ সাঁচি ৰাখি খাবলৈ আই-মাতৃক গতাই থৈ গ'ল। আন এবাৰ ভাত ৰন্ধা খৰিৰ আহুকাল দেখি লগত গুৰুৰ ঘৰৰ হালোৱা কেইজনক লৈ ভৰ জাৰণিত সোমাই কাঠ কাটি আনি ফালি শুকুৱাই বৰযুণ-বতৰত পুৰিবলৈ সুকীয়া খৰি-ঘৰ সাজি তাতে চাং পাতি ৰাখিলে। এবাৰ আকৌ গুৰুজনৰ উদৰ মন্দ নকৰিবলৈ নিজে পথাৰৰপৰা ধান দোৱাই-কটাই আনি সিজাই সুকীয়াকৈ থ'লেহি। গুৰুজনাৰ স্নানৰ ঘৰৰো পানী ঠিকমতে বৈ যোৱাৰ দিহা লগাই চাওঁৰ দৰে গত লগাই কৰি দিলে। ঘৰৰ দা, কুঠাৰ, কোৰ আদি বুটি হোৱাত কমাৰশাললৈ নি তাকো গঢ়াই-পিটাই আনিলেগৈ। এইদৰে মাধৱদেৱৰ অক্লান্ত গুৰু-সেৱা চলিল।[৩২]

শঙ্কৰদেৱৰ ভক্তিধৰ্ম-প্ৰচাৰৰ প্ৰকোপ দেখি প্ৰমাদ গণিলে 'যতেক ব্ৰাহ্মণ আছে।' সিসকলে 'বসিলা পাতি সমাজ।। অন্যো-অন্যো বোলে ঃ শঙ্কৰ গোমস্তা ঃ ভকতিক প্ৰকাশয। একশৰণীযা ঃ ভৈলে লোকে জোনো ঃ আমাৰ মান্য খণ্ডয।। দেৱীপূজাকৰ্ম ঃ কেহো নকৰিবে ঃ নপাইবো দক্ষিণা দান।'[৩৩] তেওঁলোক দুটা কথাত লাগিছিল-- 'আমাৰ জীৱিকাঃ মান্যভঙ্গ হোৱে ঃ বুলিয়া কৰে বিচাৰ।'[৩৪] তেওঁলোকৰ বিদ্বেষে নানা ৰূপ ল'লে, 'কুকুৰৰ লাঞ্জেঃ মালাক আডয ঃ (ভকতৰ) হাতৰ লৈ যাই কাঢ়ি। উপালম্ভ কৰি ঃ বিত্তৰ হাঁসই ঃ পণ্ডিত ব্ৰাহ্মণে বেঢ়ি।।'[৩৫] মাধৱদেৱে শঙ্কৰ গুৰুৰ দা-কুঠাৰ কমাৰৰ ঘৰত গঢ়াবলৈ নিওঁতেও বিপক্ষীসকলে মস্কৰা কৰে, 'ইবোলাক কি সাহেৱে থাকে ঃ নোবাৰোঁ ক'ব আৰু ঃ নিছই কঁটাৰ গছৰ তলত থকাদি থাকে আৰু ঃ দেৱী দুৰ্গা কাকো নুপুজে নমানে।' শ্ৰীমাধৱে পাৰিও একো উত্তৰ নিদিয়ে।[৩৬] ব্ৰাহ্মণসকলে গৈ আহোম ৰজাৰ[৩৭] ওচৰত গোচৰ দিলে যে ভকতসকলে 'দেৱ পিতৃ-শ্ৰাদ্ধ নকৰে ঃ কৰিব

(ধান সংখ্যাৎৰ কাল

৩২। গুৰু-চৰিত-কথা, ছেদ ১৫২, ১৫৪ ৫৭, দ্বিতীয কথা গুৰু চৰিত ছেদ খ (গুৰু-চৰিত কথা, ওপৰঞ্চি, পৃ ৫১৯)

৩৩। ভূষণ দ্বিজ, ২৬৮

৩৪। ৰামসৰস্বতী, কুলাচল বধ

৩৫। ভূষণ দ্বিজ, ২৭৮

৩৬। দ্বিতীয কথা গুৰু-চৰিত, ছেদ খ (গুৰু চৰিত-কথা, ওপৰঞ্চি)

নিদিএ কাকো' আৰু ই হ'ল ৰাজ্য ধ্বংস কৰাৰ পথ। ৰজাই টেকেলা পঠিয়াই দুযোজন গুৰুকে ধৰাই নিয়ালে আৰু মেচাঘৰ পুখুৰীপাৰতে ৰখালে। দুৱৰা-ফুকনে শোধ কৰিলে। ৰজাই যেতিয়া শুনিলে 'শ্রাদ্ধত কাপোৰ, চাউল, কল ইত্যাদি বস্তু দি মৃতকক বৰায়, পিছত ব্ৰাহ্মণসকলে সেইবোৰ নি খায় আৰু ব্যৱহাৰ কৰে', তেতিয়া স্বৰ্গদেৱৰ গুচৰীয়াৰ প্ৰতিহে খং হ'ল আৰু চাঙৰপৰা সেইসকলক খেদাবৰ আদেশ হ'ল। দুজনা গুৰু সম্মানেৰে মুক্ত হৈ ৰাজধানী গড়গাঁৱৰ ওচৰতে বালক গোপালে (পিছত যিজন ভৱানীপুৰীয়া আতা নামে খ্যাত) পাৰি দিয়া গছৰ আম খাই খনাখোকোৰাইদি মিৰিসকলৰ (মিশ্মিং) মাজে ধুঁৱাহাটলৈ ঘূৰে। কিন্তু ইয়াৰ পিছতো ভক্তিবিদ্বেষীসকলৰ বিকৰ্ষনাৰ অন্ত নপৰে। শ্ৰীমন্ত গুৰুজনে বুঢ়াখাঁ ভূঞাৰ দপ্তৰত বুঢ়াখাঁৰ হতুৱাই পণ্ডিত-ভকত সকলোৰে এখন সভাৰ আয়োজন কৰায় আৰু সেই সভাত তৰ্কচ্ছলেন ব্ৰাহ্মণ পণ্ডিতৰ মুখতে প্ৰকাশ কৰায়, কলিযুগত নামধৰ্মহে সত্য। এই সময়ত ব্ৰাহ্মণসকলৰ বিৰোধ ইমান তিক্ততাপূৰ্ণ হৈছিল যে গুৰুজনে পদ্মপুৰাণৰ পাতালীখণ্ডৰ পদ ভাঙি সিসকলৰ কুকাৰ্যৰ নিন্দাৰ এখন পুথিকে কৰিবলৈ ওলাইছিল। মাধৱদেৱেহে বাৰণ কৰি ৰাখিলে, 'বাপ, সিও নিন্দা কৰিলে আমাক ঃ আমিও নিন্দা কৰিলো তাক ঃ সমানেহে হলো ঃ তোমৰাৰ সহন-ধৰ্মগোট ক'লৈ গ'ল ঃ সহনধৰ্ম নুগুচিল।'[৩৮]

এইবোৰ জঞ্জালীয়া পৰিস্থিতিৰ মাজতে এদিন শ্ৰীমাধৱদেৱে গুৰুক বোলে, 'বাপ, কালিলৈ আমি আহিব নোৱাৰিম, এখানি বন আছে।' পাছদিনাখন ভাৰ খানিচেৰেক লৈ ভঁৰালি-ডুবিৰপৰা বিখ্যাত ৰজাঘৰীয়া নেঘেৰী নাওশালি অৰ্থাৎ শীতলী পথাৰ নেঘেৰীটিং অঞ্চলত থকা যুদ্ধৰ নাও-নাওৰা সজা ডকয়াৰ্ডৰ ওচৰত এঘৰ মানুহলৈ গ'ল। তাত বেছ কিছু দিন আগতে বৰকণা গোৱিন্দগিৰীয়ে পুতেকলৈ বিয়াৰ কইনা খুজি থৈছিল, জোৰোণো পিন্ধাই থৈছিল। সি প্ৰায় পাহৰণিৰ তল পৰাৰ দৰেই হৈছিলগৈ। এতিয়া শ্ৰীমাধৱক ভাৰে-ভেটিয়ে যোৱা দেখিও গৃহস্থই মাতষাৰকে দেখোন নলগায়! আগন্তুকে বুজিলে, তেওঁৰ কাৰ্যসিদ্ধি হোৱাৰে সেয়া লক্ষণ! তেওঁ মাত লগালে, 'তোমালোকে দেখোন পীৰা-খোৰা এডোখৰো নিদিয়া আলহীক বহিবলৈ, নামাতাও। বাৰু নামাতা, থাকাঁ। আমাৰ বিৱাহৰ কন্যা বাজ কৰি দিয়াঁ। আমি বণ্ডুকাৰ ঘৰলৈ যাওঁগে।' সিবিলাকে বোলে, 'ইমান দিন তোমাৰ বা-বতৰা নাই, এতিয়া কি ছোৱালীৰ কথা কোৱা?' মাধৱে তেতিয়া দেখুৱাই

বিয়া ভঙা দৰা

---

৩৭। দ্বিতীয় কথা-গুৰু-চৰিতমতে (ছেদ চ) বুঢ়া ৰজা অৰ্থাৎ প্ৰতাপসিংহ, বেজবৰুৱাৰ মতে (শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ, পিঠি ৮৩) চুহুম্মুং স্বৰ্গদেউ।

৩৮। দ্বিতীয় কথা-গুৰু-চৰিত, ছেদ চ, জ (গুৰু-চৰিত-কথা, ওপৰঞ্চি)

টানি ধৰিলে, 'আমাৰ জোৰণ পিন্ধোৱা কন্যা কোনে গুচাব পাৰে, চাওঁ।' সিৱিলাকে বোলে, 'বণ্ডুকাৰ নামকে আমি জনমত শুনা নাই। তালৈ গ'লে আমাৰ ছোৱালী মৰা বুলি এৰিবহে লাগিব। এনেকৈ ছোৱ'লী নোৱাৰি দিব। তোমাৰ যি দিছিলা, তাকে লৈ যোৱাঁ' বুলি মণি-খাৰু জোৰণ বুলি যি দিছিল, আটাই কেইপদ ঘূৰাই দিলে। মাধৱে যি পালে তাকে লৈ টকচালি পাৰি গুৰুজনৰ সমুখত হাজিৰ হ'লহি। গুৰুৱে মাথোন ক'লে, 'ইমানযে বুধি চলে তোমাৰ।'[৩৯]

কাৰোবাৰ লগনীযা কথাতেনে কি, ৰজাঘৰীযা হাতী-খেদালৈ ভকত ভূঞাসকলৰ ডাক পৰিল। চিকাৰৰ বাবে বন্ধ গড়ৰ এফালে ভূঞাগিৰি এৰি টকম্বৰু হোৱা মহাপুৰুষৰ দলৰ লোকক দিলে। অনভিজ্ঞ তেওঁলোকৰ পালিয়েই বনৰ বনৰীয়া হাতী পলাই সাৰিল। ৰজাৰ সন্দিকৈ বৰাই 'মহাৰজাৰ কাৰ্যক ঢেকেৰি ভকতে গাত লগাই নকৰে' বুলি লগালত ৰাজ-আদেশত হাতী-ধৰাৰ ঠাইত ভূঞা-ধৰা লাগিল। গুৰুজন কোনোমতে পলাই আঁৰ হ'ল, কিন্তু তেওঁৰ বহাৰপৰাই তেওঁৰ জোঁৱাই হৰি কাযস্থ আৰু শ্ৰীমাধৱদেৱ, দুই সখিক ধৰাই সন্দিকৈ বৰাই স্বৰ্গ-মহাৰজাৰ সমুখলৈ লৈ গ'ল।

ৰাজশোষত
ভক্তিপন্থ
প্ৰথম শ্বহিদ

ৰজাই দেখাতে সন্ন্যাসী মাধৱদেৱৰ মুখলৈ চাই 'তোমাকনো কোনে ধৰি আনিলে' বুলি খালাচ দিলে আৰু হৰি জোঁৱাইক শোধৰ বাবে তলতীযা বিষয়াৰ তাতে ৰাখিলে। এনে এটা পৰিস্থিতি হ'ল যে কিছু খঁতি বা ভেটি দিলে তেওঁ চাওডাঙৰ হেংদাঙৰ কোবৰপৰা জীউটো ৰাখিব পাৰে, নহ'লে সকলো শেষ। তেতিয়াও শ্ৰীমাধৱদেৱে নিশ্চল-নিৰ্মম বাণীৰে তৰুণ ভূঞাক প্ৰবোধ দিলে, 'কেলেই এনে সুস্থান মৃত্যু এৰিব লাগে!' চাওডাঙে নৈৰ কাখৰলৈ হৰিক লৈ গ'ল, শ্ৰীমাধৱো পিছে পিছে গ'ল 'ভয়ো ভাই সাৱধান ঃ জাৱে নতু চুটে প্ৰাণ ঃ গোবিন্দৰ ফৰমান ঃ নিকটে মিলন জান' বুলি ধীৰ-স্থিৰভাৱে পৰমপুৰুষৰ অন্তিম ফৰ্মানৰ কথা সোঁৱৰাই সোঁৱৰাই। হৰি জোঁৱায়ে নামডাং নৈৰ কাখৰত থিয হৈ থকাতে ঘাতকৰ অস্ত্ৰই স্কন্ধ ছেদ কৰিলে, কটা মাথাই তিনিবাৰ ৰাম ৰাম' বুলিলে। চাওডাঙে হেনো ক'লে, 'চা অ', নাম দেখোন দাং খাই গ'ল।' মাধৱদেৱ সমাহিত চিত্তেৰে ৰাজধানীৰ সমুখৰ আঁহত গছজোপাৰ তললৈ ঘূৰি আহিল। তাতে নিতে এটি কাৱলি সাজে, তাকে দি চাউল-লোণ, তেল-কণ যোগাৰ কৰি বছৰবন্ধীযাকৈ তাতে ৰ'ল। এদিনাখন তেওঁত ৰজাৰ চকু পৰিল ; সুধিলে, 'কিয় তুমি ইমানদিনে যোৱা নাই ইয়াৰপৰা?' 'স্বৰ্গদেৱ, মোক যা বুলি এতিয়াও কোনেও আদেশ

৩৯। দ্বিতীয় কথা গুৰু-চৰিত, ছেদ ঋ।

দিয়া নাই। যাওঁ কেনেকৈ?' 'উঃ, কি সত্যনিষ্ঠা! যোৱাঁ, তুমি যোৱাঁগৈ।'[৪০] ৰমানন্দ দ্বিজৰ চৰিতমতে মাধৱদেৱক ৰাজধানীত ৰখা হৈছিল; তেওঁ তাত থকা সময়খিনি ৰজাঘৰীয়া পুথিভঁৰালত থকা ৰামায়ণ পুথি পঢ়ি ৰজাৰ আগত ব্যাখ্যা কৰিছিল আৰু সেই প্ৰসঙ্গত শ্ৰীৰামচন্দ্ৰই সীতাদেৱীক বনবাস দিয়া কথা ওলোৱাত ৰজাই ৰামৰ সেই অনুচিত কাৰ্যত তমোময় খঙত তৰোৱাল উলিয়াই একেঘাপে ফোকামৰ খুঁটাটো কাটি পেলাইছিল।

স্বয়ং স্বৰ্গ-মহাৰজাৰ মুখৰ বাক্যেৰে বন্দীত্বৰপৰা নিষ্কৃতি পাই শ্ৰীমাধৱদেৱৰ একেটি মাত্ৰ চিন্তা হ'ল, তন্মুহূৰ্তেই যেন গৈ গুৰুজনৰ চৰণ দুটিত পৰিবগৈ। যিমান পাৰে খৰ খোজেৰে বেলগুৰি অভিমুখে বাট ল'লে। কমলাবাৰী আদি থানৰ কথন-চৰিত্ৰই কয়, ৰাজধানীৰপৰা ধুঁৱাহটাৰ পথত দিহা জানৰ পাৰৰ পিছত ঢেকীয়াখোৱা বা নাহৰ-সাঁকো

চকুলোৰ ধাৰা

থান নামে জনাজাত ঠাইত তেওঁ এহালি দুখীয়া-নিচলা বুঢ়া-বুঢ়ীৰ গৃহত এনিশালৈ আশ্ৰয় লৈছিল। তাতে তেওঁ ঔটেঙাৰ বাকলি এছটা লৈ প্ৰদীপ জ্বলাই গধূলিৰ প্ৰসঙ্গ কৰিছিল। সেই ঠাইতে পিছৰ কালত এটি ৰাজহুৱা বৰনামঘৰ হয়।[৪১] সিফালে বেলগুৰিত চিন্তাতুৰ শ্ৰীশঙ্কৰদেৱে ঘৰৰ আগৰ কেন্দু-গছজোপাৰ তলতে বৈ বৰাৰ পো আৰু হৰি জোঁৱাই আহিব আহিব বুলি বাটলৈ চাই থাকে। চকু বিষায় , সি দুটি নাহে। সাতদিন সাতনিশা পালনাম ডকাৰ অন্তত 'একদিনা তেহেঁৰপৰা আহিব লাগিছে শ্ৰীমাধৱদেৱ। পাছে আহি পাৱতে পৰিলহি। শ্ৰীমাধৱদেৱৰ লোতকেৰে গুৰুজনৰ পাও ভিজি গ'ল, শ্ৰীশঙ্কৰদেৱৰ লোতকেও দেৱ মাধৱৰ পিঠি তিয়াই পেলালে।' ৰাজধানীৰ সকলো বতৰা, হৰি জোঁৱাইৰ কথা আদি মাধৱে বিৱৰি ক'লে।[৪২]

সকলো ফালে চিন্তা কৰি, বিশেষকৈ 'গীত কবিত্বগুণ শুনিয়া নৰনাৰায়ণ ৰাজাৰ' শঙ্কৰদেৱে কোচ ৰাজ্যলৈ ভটীয়াবৰ কাৰণে মন মেলিলে। সকলো ভকত, ভৃত্যই নিজৰ সৰ্বস্ব নাৱত তুলি ল'লে। মহাপুৰুষে বোলে, 'দুজন দুজনৰ মাজত এখনি এখনি নাও

নৰনাৰায়ণ মহাৰজাৰ ৰাজ্যলৈ

লোৱাঁহক ; লৈ সকলো উজাই আহিবাঁ,' মাধৱদেৱকো ইঙ্গিতেৰে বুলিলে, 'বৰা-পো, সৰ্বস্ব মন কৰিবাঁ।' এই বুলিয়ে গুৰুজন নাৱত উঠিল। পোনতে নাও উজনিমুৱাকৈ চলোৱা হ'ল, নাওটনাডোল বোলা এডোখৰ ঠাইৰপৰা সাউৎ কৰি নাওবোৰ উত্তৰলৈ নি বৈছাই ভাটী মুখে চলাই দিলে।[৪৩] বিপদৰ আশঙ্কা কৰিয়ে এই ব্যৱস্থা কৰা হৈছিল। সময়বোৰ

---

৪০। দ্বিতীয় কথা-গুৰু-চৰিত, ছেদ চ।

৪১। স্মৃতিগ্ৰন্থ ৪৫৭ বছৰীয়া জয়ন্তী উৎসৱ, শ্ৰীশ্ৰীমাধৱদেৱ-প্ৰতিষ্ঠিত ঢেকীয়াখোৱা বৰনামঘৰ, ১৯৮৫

৪২। দ্বিতীয় কথা-গুৰু-চৰিত, ছেদ চ-ণ।

৪৩। দ্বিতীয় কথা-গুৰু-চৰিত, ছেদ থ।

আছিল বেয়া। গুৰুজনাৰ নাও সবাৰো অগ্ৰত আৰু সবাৰো পাছত এখনি নাৱত ভগীয়া-ভগিকৈ ৰামদাস আতৈ বৈনাইৰে শ্ৰীমাধৱদেৱ। অলপ দূৰ আগ বাঢ়োঁতেই দেখিলে লুইতৰ গৰাত আতকুৰিয়াৰ ৰাম আতৈ আৰু দৈৱজ্ঞৰ নাৰায়ণ আতৈ বহি আছে। গুৰুজনৰ নাৱতো তেওঁলোকলৈ থান নহ'ল, আনসকলেও তুলি নলʼলে। এতিয়া মাধৱ পুৰুষক দেখি কাতৰ কৰিলে, 'বাপ চোট আতা, আমি থাকিলোহে আৰু।' শ্ৰীমাধৱদেৱে বোলে, 'বৈনাই, পাৰলৈ নাও চপোৱাঁ।' 'ক'ত তুলিবা? ঠাই ক'ত' বুলি ৰামদাসে বাৰে বাৰে কোবাতো নাও নচপায়। শ্ৰীমাধৱদেৱে বল কৰি নি নাওখন কাষৰি চপালে। নাৱত মহাপুৰষ গুৰুৰ জপা দুটি আছিল। তেওঁ জপাৰ কাপোৰখিনি টুপলি বান্ধি ৰাখি জপা পানীত পেলাই ভকত দুটি তুলি লʼলে, কাৰণ ভকত-বস্তু সৰ্বস্ব এৰিলে গুৰু-বাক্যই পৰে। ৰামদাসৰ কিন্তু অসন্তোষ, বাটে বাটে তেওঁ থোহ্‌থোহাই গৈছে, ভকত দুজনলৈ তেৰোৱাকৈ চাই, 'উদাসীন, ব'ঠা বাওক।' মাধৱদেৱেও চুঙা চাই সোপা দি আছে, 'মোৰ সৰ্বহ জপাৰ বাবত যে ব'ঠা বাব লাগে, তোমাৰ সৰ্বহে বাব নালাগিব কিয়? সমানে তোমাৰ আদখানি, মোৰ আদখানি। তোমাৰ তিৰোতাই [৪৪] নাবায় কিয়? তোমাৰ তোলোঠা-দোৰ্পতি যঁতৰ-যঁতৰিবিলাকে নাবায় কিয়?' শেষত এই ফয়চলা হ'ল 'মোৰ সৰ্বহেও, ব'ঠা মাৰিব নেলাগে, তোমাৰ সৰ্বহেও নেলাগে।' দুজনা গুৰু বৰপেটা পোৱাৰ পিছত এজন মুদৈয়ে গুৰুজনাৰ জপা দুটি বাটত পানীৰপৰা তুলি আনি চম্‌জাই দিছেহি।[৪৫]

বাটতে এবাৰ মাধৱৰ নাও গুৰুজনতকৈ আগ বাঢ়িছিল আৰু এদিনা আবেলি মাধৱে ভাল নিকা এটি বালিৰ চট পাই গুৰুজনৰ ঠাই দিহা কৰি দি নিজৰো পাগ-পতিলা উলিয়াই চাউল বহাই দিলে। ভাতৰ চাউল উঠোঁতেই গুৰুজনৰ নাও পাৰ চাপিলহি , কিন্তু গুৰুজনে কূট কৰোঁ বুলিয়ে নৈৰ ভাটীৰ ফালে চট বিচাৰি পুনৰ নাও এৰি দিলে। গুৰুজনেই যদি নাথাকিল, অনুৰক্ত মাধৱনো তাত ৰ'ব পাৰেনে! তেওঁ হোৱা ভাত পেলাই দি, টৌ-চৰু সামৰি নাৱত গৈ গুৰুক বাহৰত লগ ধৰি পৰিচৰ্যা কৰেমানে সিসন্ধ্যালৈ চাউল সিজোৱাৰ সময় চৰি গৈছিল। এইদৰে তেওঁৰ তিনিসাজি লঘোন হ'ল। গুৰুজন সেই কথা লৈ অনুতাপত দগ্ধ হৈছিল আৰু মাধৱে ভকত-সৰ্বহৰ বাবে বাটত জপা পেলাই অহা কাহিনী শুনি তাৰ তত্ত্বটি এটি গীতৰ ৰূপকত বান্ধি থ'লে, 'মন দেখু হৃদয় হামাৰু।... ভকত পৰম ধন তাহে মজোক মন' ইত্যাদি।[৪৬]

---

৪৪। এইগৰাকী তিৰোতা আকৌ মাধৱদেৱৰ নিজৰ ভনী উৰ্বশী আপি।

৪৫। দ্বিতীয় কথা গুৰু-চৰিত, ছেদ দ।

৪৬। দ্বিতীয় কথা গুৰু-চৰিত, ছেদ ধ।

ভগবান বুদ্ধই মহা অনুৰক্ত আনন্দৰ প্ৰশ্নৰ সমিধানত নিজৰ ধৰ্ম আৰ্য অষ্টাঙ্গিক মাৰ্গৰ অন্ধকাৰ ভৱিষ্যতৰ আশঙ্কা প্ৰকাশ কৰিছিল। কামৰূপৰ কপলা নামে ঠাইত ৰওঁতে শ্ৰীমাধৱদেৱে এদিন শ্ৰীমন্ত গুৰুজনক সুধিলে, 'বাপ, তোমাৰাযে বৈকুণ্ঠৰপৰা ধৰ্মবস্তু অনা হুইছে, পৃথিৱীত কতদিন থাকিব?' 'বৰা-পো, ছকুৰি বছৰ ৰ'ব।' 'আ বাপ, দখোঁ সেয়া একা এক পুৰুষৰহে আয়ু।' তেহে গুৰুজনে বোলে, 'আৰু চলিব, কিন্তু কলাকটা জানত যেতিয়া খাৰধান ব'ব, তাৰপৰা খেলেপ-জেলেপ হ'ব।'[৪৭] সেই কাল-সীমা পাৰ হৈ গ'ল। ১৮৩৭ শকত বৰনৈৰ ঢলে মহাপুৰুষৰ থানৰ ভেটিটিকে উটুৱাই লৈ গ'ল। তাৰ পিছত। গুৰুজনৰ শুদ্ধসত্ত্ব ধৰ্মৰ খেলেপ-জেলেপেই চলি আছেনেকি?

ধৰ্ম বস্তু কিমান দিন থাকিব?

গুৰু-ভকতৰ নাওবিলাক সাত মাহ ভটীযাই আজিৰ বৰপেটা অঞ্চল পালেগৈ আৰু চকিয়া মাজি নামৰ এজন বিখ্যাত মাজিক পাই তেওঁকে সুধি গই জানেদি গুৰুৰ নাও সুমুৱাই লৈ যোৱা হ'ল আৰু এতিয়া য'ত বৰপেটাৰ চূণপোৰা পালেংদি-হাটী আছে তাতে সকলো বৈ বহা সাজিবৰ যো-জা কৰিলে। কপলাত থকাতে ভকতসকলৰ জৰ-খৰ হৈ কষ্ট হৈছিল। মাধৱদেৱৰ মাতৃ মনোৰমা আইৰো। কোনোৰ মতে কপলাতে আইৰ বিয়োগ হয় , আনমতে, টান অৱস্থাতে মাতৃক তাৰপৰা লৈ যায আৰু চৰাবৰিৰ বালিত মৃত্যু ঘটে। গুৰুজন গই জানে গৈ পালেংদিত ৰ'লত মাধৱদেৱে বাৰাদিলৈ মাতৃ-শ্ৰাদ্ধৰ বাবে ৰূপ ভঙাই কড়ি আনিবলৈ গ'ল। কিন্তু তাতে তেওঁ তিনি বছৰ কাল খপিছিল। আনফালে, ভৱানন্দ নামে এজন সাউদে বহুত দিনৰপৰা বিচাৰি বিচাৰি আহি গুৰুজনত শৰণ লয়হি চূণপোৰাত হাবি-বন ভাঙি বহা কৰিবৰ দিহা কৰি থাকোঁতেই। ভৱানন্দ সাউদক গুৰুজনে নাৰাযণদাস নাম দিযে আৰু মাধৱেৰে সখি কৰি দিয়ে। বাৰাদিৰপৰা অহা মাধৱদেৱ আৰু মনথৈৰপৰা অহা-যোৱা কৰি নাৰায়ণ ঠাকুৰৰ সদায় লগ হয় গুৰুৰ গৃহত হৰি-নাম প্ৰসঙ্গত। নাৰায়ণ ঠাকুৰ ন ন ভকত-সংগ্ৰহত সক্ৰিয় হ'ল। বৰপেটাৰপৰা বাৰাদিলৈ দূৰ পৰে যদিও মাধৱৰ গুৰু-সেৱাৰ আৰু নাম-প্ৰসঙ্গত যোগ দিয়াৰ ঢিল নপৰিল। তেওঁ তাত থাকোঁতেই ৰামদাস আৰু ভনীয়েক উৰ্বশীৰ এটি ল'ৰা উপজিছে - ৰামচৰণ। ৰামদাসৰ বংশৰ ওপৰত কিবা ব্ৰহ্মশাপ পৰাৰ ভয়ত উৰ্বশী আপিযে এমাহৰ অন্ততঃ ল'ৰাটি ককায়েকক গতাই দিলেহি আৰু মাধৱেও ল'ৰাটিৰ গোত্ৰ সলাই নিজৰ গোত্ৰলৈ তুলি ল'লে।[৪৮] বাৰাদিৰ বুঢ়া

কামৰূপ যাত্ৰা

বাৰাদিত শ্ৰীমাধৱ

৪৭। দ্বিতীয কথা-গুৰু-চৰিত, ছেদ ধ , গুৰু-চৰিত-কথা, ছেদ ১৫৯

৪৮। গুৰু-চৰিত-কথা, ছেদ ১৯১ , শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ, পিঠি ১২২-২৩

দৈৱজ্ঞ আতৈ বা বুঢ়াদলৈয়ে শঙ্কৰদেৱত শৰণ লৈছিল আৰু সেই দেখি অভকত ইষ্ট-কুটুম্বৰ লগত খোৱা-বোৱা নকৰিছিল, আন কি ৰজাৰ বিষয়া তেওঁৰ নিজ ভায়েকৰ লগতো সেই সম্বন্ধ ৰহিত হোৱাৰ দৰে। তাতে বিষয়াজনে বিষম পাই এদিন পিছত মাধৱদেৱক বাট ভেটি ধৰি নানা তিৰস্কাৰ কৰিলে, 'আজি তই ক'লৈ সাৰিবি? তই মোৰ ককাইক নষ্ট কৰিলি?' মাধৱ কিন্তু ধুমুহাৰ মাজৰ পৰ্বতৰ দৰে নিৰ্বিকাৰ হৈ ৰ'ল। মাধৱদেৱৰ ইমান সহন-গুণ দেখি দলৈ বিচলিত হ'ল আৰু গুৰুৰ কাষলৈ আহি ধৰ্মক ধৰিলে।[৪৯] মাধৱে নিতে বাৰাদিৰপৰা বাটকুৰি বাই অহা-যোৱা কৰোঁতে কষ্ট হয়যে, তাক অনুভৱ কৰি কৃপালু গুৰুৱে এতোলা সোণ দি এজন গণকৰপৰা ওচৰতে এখন বাৰী কিনি তাতে তেওঁৰ সেই পৰম অনুৰক্ত ভকতটিৰ থকা ঘৰ সজাই দিলে।[৫০] সেয়ে গণককুছি। ইতিমধ্যেই গুৰুজনে নিজে চুণপোৰাত কিছু অসুবিধা পাই কুমাৰকুছি নামৰ ঠাইত নিজ বহা আৰু ভকতৰ হাটী কৰাই লৈছিল , কিন্তু ঠাইডোখৰৰ গাতে লাগি থকা কটক-তলি নামৰ বিলৰ পানী মাছ মৰা মানুহে ঘনাই ঘোদা কৰি ধুবৰ-খাবৰ অযোগ্য কৰা দেখি নতুন এটা নাদ খনাই ল'লে আৰু সিমানতো আন আহুকাল হোৱাত ৰকা বৰলৰ হাবি বৰলজাৰ ভাঙি তাতে পাটবাউসী-সত্ৰ পাতিলে। এতিয়া মনথৈৰপৰা আহি নাৰায়ণ ঠাকুৰ গণককুছিত মাধৱদেৱৰ লগ হয়, আৰু তাৰেপৰা দুই সখি গুৰুৰ কাষলৈ নিতৌ আহে। বাৰাদিত থকাতে মাধৱক নাৰায়ণে নিজৰ গা-বদলে কালিৰাম আতৈক পৰিচৰ্যা-সেৱাৰ বন কৰিবলৈ দিছিল। এতিয়া শ্ৰীশঙ্কৰদেৱে শ্ৰীৰাম আতাক মাধৱৰ লগত কৃত্য-পৰিচৰ্যাৰ বাবে দিলে, আৰু শ্ৰীৰামে অকৃত্ৰিম সেৱাৰে ইযাৰ পিছৰছোৱা কাল শ্ৰীমাধৱৰ লগতে থাকিল। শ্ৰীৰাম আতা পূৰ্বতে শিমলুৱা গাঁৱত পৰৰ দুনীয়া (দাৱনি) আছিল , পিছৰ কালত এওঁ পৰমভক্ত আতা-ৰূপে, জীৱন্মুক্ত ৰূপে পৰিগণিত হ'ল।[৫১] শ্ৰীৰাম আতাই গৃহ-কৰ্ম কৰে, শ্ৰীমাধৱদেৱে গুৰুৰ ঠাইলৈ যায় আনসকলেৰে। এদিনা সেইদৰে যাওঁতে বাটতে এটা ম'হ পৰি থকাতো ছোট আতা তাৰ আগেই গ'ল। ভকতসকলে সেই কথা গুৰুজনত জনোৱাত শ্ৰীমাধৱে ক'লে, বোলে, 'বাপ, আপোনাৰ পদে দেখোন কৈছে ঃ সৰ্পে চোৰে অগনিত যদি মৰে জলে। তাহাকো মিলাবে জানা নিজকৰ্মফলে।' গুৰুৱে মাধৱদেৱক খংকৈ বোলে, 'বৰা-পো, এনে উত্তৰ দিবলৈ ক'ত শিকিলা? তুমিয়ে

গণককুছিত শ্ৰীমাধৱ

---

৪৯। শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ পিঠি ১২৩ ২৭ , গুৰু চৰিত কথা, ছেদ ২৫৬

৫০। শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ পিঠি ১২১, গুৰু চৰিত কথা, ছেদ ২৫৬। বাৰাদি আৰু গণক-কুছিৰ মাজতে মাধৱদেৱ তাম্ৰধ্বজ বাৰিত (৪ মাহ) আৰু দীঘলা কাথৰ গৃহত আছিল। (ছেদ ২০২, ২০৫)।

৫১। গুৰু-চৰিত কথা, ছেদ ২০৪ ০৭, ২০৯।

জানানে, আনেও জানে? ম'হটো কাল নহয়? সি ছলে পালে নামাৰিব? তোমাক সি একো নকৰিলে বুলি আনে তোমাৰ আৰ্হি লৈ আত্মঘাতী নহ'ব?' এনেভাৱে গুৰুজনে শিষ্যক অনেক বিষয়তে বোধ দিয়ে।

আন এদিনাখন গুৰুজনে ক'লে ফকৰাৰ ছলেৰে, 'বৰা-পো, পশু নকৰিবাঁ শৰ; মৰাও নানিবাঁ, জীয়াও নানিবাঁ, শুদাহাতে নপশিবাঁ ঘৰ। কাইলৈ মোক এটি এনে পশু আনি দিবাঁ।' পাছদিনা মাধৱদেৱ অহাৰ লগে লগে গুৰুৱে বতৰা ল'লে, 'বৰাপো, পশু পালানে?' 'বাপ, আপোনাৰ বাক্য শিৰে ধৰি আজি সমস্ত নিশা চিন্তা কৰিলোঁ ; নিদ্ৰা নহ'ল। কিন্তু তিনি ভুবন, সপ্ত দ্বীপ, চৈধ্য ব্ৰহ্মাণ্ড ক'তো বিচাৰি মোতকৈ অধম নৰা-পশু নাপালোঁ।' চোট আতাৰ বাক্য শুনি গুৰুজনৰ হৃদয় যেন প্ৰেম-ভকতিত দ্ৰব হৈ গ'ল।

আৰু এদিনা দুজনা গুৰু, নাৰায়ণ দাস, জয়ন্তীৰ মধাই, আন ভকতসকলো একেলগে নাৱত উঠি বুঢ়ী লুইতে উজাই গৈছে। পালেংদিঘাটত এজনী মানুহে কাপোৰ ধুইছে। তাইৰ কঁকালৰ ওপৰ ভাগত কাপোৰ নাই। ঠাইডোখৰ পাৰ হৈ যোৱাৰ পিছত গুৰুজনে সুধিলে, 'বৰা-পো, কি দেখিলা?' 'বাপ, একো নাই দেখা।' 'ক'লৈনো চাই আহিছিলা?' 'বাপ, আপোনাৰ অভয় পদ-পঙ্কজলৈকেহে চাই অহা গৈছে।' নাও আৰু অলপ লুইতে আগবাঢ়ি গ'ল। গুৰুজনে মাধৱক, নাৰায়ণ দাসক আৰু মধাইক কবিতা কৰিবৰ আদেশ কৰিলে। মাধৱে গুৰু-বাক্য শিৰে ধৰি অপূৰ্ব কবিতা ৰচনা কৰিলে, 'জয় গুৰু শঙ্কৰ ঃ সৰ্বগুণাকৰ ঃ জাকেৰি নাহিকে উপাম।' নাৰায়ণ ঠাকুৰে ৰচিলে, 'জয় জয় অনাদি শঙ্কৰ মই তুৱা দাসকু দাস। উজানৰ হস্তে আসি প্ৰাণপ্ৰভু নিকটতে লৈলা বাস।।' জয়ন্তীৰ মধায়ে গালে, 'বায়ু ধৰ নামৰ বাচক শ্ৰীশঙ্কৰৰ ঘাটে। বাব নুবাৰে। নামৰ বাচক ব'ঠা নাইকিযা হাতে।' আচৰিত কথা, তিনিওজনে গুৰুজনক লৈয়ে গীত ৰচনা কৰিলে, কিন্তু তিনিওটি গীতৰ তিনিওজনৰ হৃদয়ৰ উপলব্ধি অনুসৰিহে মূল্য হ'ল। গুৰুজনে ঠিকেই মূল্যায়ন কৰিলে ঃ 'বৰা-পোৱে যি কবিতা কৰিলে, সি সাত স্বৰ্গ, সাত পাতালে বৈকুণ্ঠলৈকে ভেদি গ'ল , নাও যেন পানীৰে উপচি গ'ল। নাৰায়ণ দাসৰ কবিতাৰ নাও চপ্‌চপীয়া হ'ল। মধাইৰ কবিতাহে নাৱৰ তলিতে লুকাল।' কি বিতোপন কবিতা-সমালোচনা। কিন্তু শ্ৰীমাধৱে গুৰুজনক আৰোপেৰে স্বয়ং ভগৱন্ত কৰি বৰ্ণোৱাত গুৰুজনে এফেৰি সংশোধনৰ ইঙ্গিত দিলে, 'বৰা-পো, দেখোঁ বাৰ গুচালা। মই ফুৰোঁ আঁৰ হৈ।' শ্ৰীমাধৱে ইঙ্গিত বুজি টপ্ কৰে ক'লে, 'বাপ, বাৰ দিযা হ'ব।' নতুন সংশোধনত শাৰীটি থিয় হ'ল এইদৰে ঃ 'ত্ৰিভুৱন-বন্দন ঃ দৈৱকী-নন্দন ঃ শঙ্কৰ তাকেৰি অংশ।' এদিনাখন আকৌ দুয়োজনা গুৰু লুইত নৌকাৰে যাওঁতে গজিয়াঘাটত দেখিলে

এটা মৰা খৰি দিছে জ্ঞাতি-বংশই, আঁতৰতে বহি তাৰ তিৰোতাই কান্দিব লাগিছে ইনাই-বিনাই। গুৰুজনে ক'লে, 'বৰা-পো, মৰা মৰিল। তাই আকো কান্দে কিয়?' 'এ বাপ, যিটো মানুহ মৰিল, সি জীয়াৰপৰা মৰা। মানুহজনীয়েযে কান্দিছে, তায়ো প্ৰায় মৰাইহে। বাপ, মায়া বা প্ৰকৃতিৰ হাতত জীৱ পৰি বাৰে বাৰে জন্ম লৈ বাৰে বাৰে মৰি অজ্ঞান-অন্ধকাৰত পৰি আছে, আৰু মৰাৰ কাৰণেই মৰাই কান্দিছে মায়াত।' গুৰুজনে বোলে, 'বৰা-পো, আমাৰো কান্দা এফেৰি।' গুৰু-বাক্যত শ্ৰীমাধৱদেৱে কান্দিলে। জীৱৰ অনন্ত ক্ৰন্দনৰ সুৰত কাকুতি-ঘোষাৰ ছন্দত গুৰু দুজনাৰ সেই ক্ৰন্দন। সেই ক্ৰন্দন কিন্তু অমৃত। গুৰুৰ ৰোমাঞ্চ হ'ল, দুই নয়নে প্ৰেম ধাৰা বৈ গ'ল শুনি। এদিন মাধৱদেৱ গণককুছিৰপৰা পাটবাউসীলৈ আহোঁতে এজন ভক্তি-বিৰোধীয়ে বাট আগচি ধৰিলে, 'তোমৰা কলৈ যায়?' 'আমি শ্ৰীশঙ্কৰদেৱৰ ঠাইলৈ যাওঁ।' 'তোমৰাৰ গুৰু কোন?' 'আমাৰ গুৰু তাৰাই।' 'তাৰাৰ একা?' 'ই কথা তাৰাতে সুধিবাঁ।' গুৰুৰ কাষ পাওঁতে পলম হোৱা দেখি গুৰুৱে মাধৱক কাৰণ সোধাত এই সকলোখিনি বিৱৰি ক'লে। গুৰুজনে ক'লে, 'এনেকৈ নুবুলিলা কিয়? — কৃষ্ণদেৱে স্বয়ং বুলিছে, মোৰ গুৰু ভকতেসে স্বৰূপস্বভাৱ। যেন বায়ু-আকাশৰ নাহি ভিন্ন ভাৱ। আমিও ভাবিছো, সৰ্বতত্ত্ব ভকতক মই গুৰু মানো। ভকত গুৰুত পৰে আনক নজানো।' মাধৱে বিনযেৰে ক'লে, 'বাপ, কোন সাহেৰে তেনেকৈ বুলিব পাৰিম?' কাৰণ, তেনেকৈ হ'লে মাধৱদেৱে নিজকে গুৰুজনৰ গুৰু বোলা হ'ব। এদিন শৰীৰ বিষম হেতুকে মাধৱে থানত গুৰু মুখে হৰি কথা শুনিবলৈ আহিব নোৱাৰিলে। গুৰুজনে কথাটো লক্ষ্য কৰি উল্লেখ কৰাত তিনিজন ভকতে এনেকৈ ক'লে যেন মাধৱাদেৱ আওহেলা কৰিহে নাহিল। শ্ৰীমন্ত গুৰুৱে তেওঁলোকক সেই কথাত পাক মাৰি ধৰিলে আৰু তেওঁলোকক চোট আতাৰ কাষলৈ পঠাই অপৰাধ ক্ষমাপণ কৰালে। তদুপৰি শ্ৰীমন্ত গুৰুজনাই দৃঢ় কৰি বুলিছে, 'বৰা-পো, আমাত তোমাত হন্তে যি ধৰ্মক ধৰিব, আমাক দেখিলেও তোমাক দেখে, তোমাক দেখিলেও আমাক দেখে। বৰা-পো, মোকে যিটো মানে ভেদ কৰি। মোৰ শৰীৰত ঘাৱ মাৰে অস্ত্ৰ ধৰি।।'

গুৰুজনৰ গুৰু?

অভেদ দুজনা গুৰু

অনন্ত কন্দলিয়ে মাধৱ কন্দলিৰ ৰামায়ণখনি নিজৰ নামত চলাবৰ যত্ন কৰি সান-মিহলিকৈ পদ কৰা দেখি গুৰুজনে মাধৱদেৱেৰে লগ লাগি আদি আৰু উত্তৰকাণ্ড নতুনকৈ ৰচনা কৰি মাধৱ কন্দলিৰ গ্ৰন্থত লগাই দি আৰু মাধৱ কন্দলিৰ ভণিতাবোৰতে ভক্তি-গ্ৰন্থৰ দৰে ভাগে ভাগে ভক্তি-উপদেশ গাঁঠি দিলে আঁচুফুলৰ দৰে, মাধৱদেৱৰ বাল-কাণ্ড আৰু শঙ্কৰদেৱৰ উত্তৰ-কাণ্ড কাপোৰ-গাৰিৰ দৰে হ'ল। সেই ধৰি কন্দলিৰ ৰামাযণ সত্ৰীয়া প্ৰসঙ্গৰ পাঠত লগা হ'ল। অনন্ত কন্দলিৰ কুযত্ন বিফল হ'ল।

মাধৱ কন্দলিৰ উদ্ধাৰ

এদিন মাধৱদেৱে কলথৰুবাৰে এখন কঠ সাজি গুৰুজনক তাতে বহি হৰি-কথা চৰ্চিবলৈ দিলেহি। তাৰেপৰা থানত কঠৰ আৰ্হি হ'ল। সেই কঠখনিকে সদায় শ্ৰীৰাম আতা পাৰি তাৰ ওপৰত কমলি (কম্বল) এখনি পাৰি দিয়ে গুৰুক বহিবলৈ। প্ৰসঙ্গৰ সামৰণিত গুৰু উঠিলে তেওঁ তাত পৰা ধূলাকণ গোটাই থয় আৰু ঘৰলৈ নি চৰুত তিযাই লাৰুকৈ শুকাই থয় গুৰুসেৱাৰ বেলা তিলক ল'বলৈ। মাধৱদেৱে সেই দিহা দেখি নিজেও তাৰ ভাগ লৈ ঘোষা মাতিলে ঃ 'পৰম ঈশ্বৰ কৃষ্ণ ঃ তাহাক নপাই লাগ ঃ তপ জপ যাগ যোগ দানে। একান্ত ভক্তৰ পদ ঃ ৰেণু শুদ্ধচিত্তে মাতে ঃ অভিষেক নকৰয মানে।।'

পদধূলাৰ তিলক

উজনিৰ ধুঁৱাহটা অঞ্চলত যিসকল বাৰভূঞা লোক ৰৈ গৈছিল, সিসকল দল পাতি আহিল গুৰুজনৰ ওচৰত প্ৰাৰ্থনা কৰিবলৈ, 'আপুনি অসম ৰাজ্যত যিকণ ধৰ্ম প্ৰচাৰ কৰি আহিছিল, সি তেনেকৈয়ে লোপ পালে। এতিযা এজন ভকত দি ধৰ্মটি তাত প্ৰকাশ কৰিব লাগে।' মহাপুৰুষ গুৰুৱে বোলে, 'সেইখন মহাতাৰ্কিকৰ দেশ। তাত গৈ কোন ভকত থাৱৰিব পাৰিব? হয়, ময়েই যাব লাগিল, নহ'লে বৰা-পোৱেই যাব লগা হ'ল।' খন্তেক গমি-পিটি ক'লে, 'বৰা-পো, তুমি যাব পাৰিবানে?' 'বাপ, তোমৰাৰ বাক্য হ'লে যাব পাৰি।' 'তেনেহ'লে যোৱাঁ, চাউল-সিজোৱা লোৱাঁগৈ, যাবলৈ সাজু হোৱাঁ।' গুৰু-বাক্যত মাধৱে গণককুছিলৈ লৰা-লৰিকৈ গ'ল চাউল সিজাবলৈ। ইফালে মনথৈৰপৰা ঠাকুৰ আতা আহি পোৱা দেখি মাধৱে ক'লে, 'অ' সখি, পালাহি, ভালেই হ'ল। নহ'লে মাত নলগোৱাকৈয়ে যাব লাগিলহেঁতেন।' ঠাকুৰ আতাই বোলে, 'বাপ, ক'লৈ?' 'উজানৰপৰা ভকত আহি এজন ভকত খুজিছেহি। তাতে গুৰুজনে আমাকে পাঁচিছে।' নাৰাযণ ঠাকুৰে মুহূৰ্ততে ধৰি পেলালে, সেয়া কি এক কাণ্ড হ'ব। তল-মূৰকৈ ক'লে, 'বাপ, যোৱা হক। সজহে হ'ব। এ, উজান ৰাজ্যত সুৱৰ্ণ পোৱা যাব, পাট-কাপোৰ পাব, হাতীদাঁত পাব, ডাব-কটাৰি পাব, জাতিমৰিচ পাব। তাকে গুৰুজনলৈ দি পঠোৱা যাব। এখেত গুৰুজনে সেইবোৰ অকলে ভোগ কৰিবনে? আমাকো দিবহে।' মাধৱদেৱ ঠাকুৰ আতাৰ কথাৰ সুৰত বিচলিত হ'ল। 'সখি, আমি সেইবোৰৰ নিমিত্তে যাওঁনে? সেয়া গুৰু-বাক্যহে।' নাৰায়ণ ঠাকুৰে মাথোন জানি ল'লে, মাধৱদেৱ পাৰিলে নোযোৱাকৈ গুৰুজনৰ সঙ্গতেহে থাকিবলৈ বিচাৰে, আৰু ঢাপলি মেলি গৈ গুৰুজনৰ আগতো একে ক্ষুণ্ণ অনুভূতিৰে কথা ক'লেগৈ। গুৰুৱে ক'লে, 'উজানত ধৰ্মবস্তু লোপ হৈ থকা শুনিহে বৰা-পোক পঠাইছো।' তাৰ ফল নামনিত পন্থত কি হ'ব হযতো বাপ কৃপালু গুৰুৱে চিন্তা কৰা নাছিল ; ঠাকুৰ

শ্ৰীমাধৱ উজনিলৈ নাহিল